সভ্যতা-সংস্কৃতিৰ বাস্তৱ চিত্ৰটো ৰূপায়িত হয় সাহিত্য-শিল্পীৰ কৰ্ম বৈচিত্ৰ্যত। একোটা ভাষা একোটা কালৰ অবিস্মৰণীয় সাংস্কৃতিক মানচিত্ৰ। প্ৰাকৃত সাহিত্য সংস্কৃত সাহিত্যৰ পৰৱৰ্তী কালীন ভাৰতীয় সংস্কৃতি-সাধনাৰ অন্যতম বিকাৰগ্ৰস্তহীন প্ৰতিকৃতি। মধ্যযুগীয় ভাৰতীয় সমাজ-সভ্যতাৰ চিন্তাধাৰাৰ অধ্যয়নত এইবিধ সাহিত্যৰ মূল্যায়ন কোনো তুলনাৰেই সীমিত কৰা সম্ভৱ নহয়। মানৱ সভ্যতাৰ ক্ৰমবিকাশৰ ধাৰাত প্ৰাকৃত সাহিত্য এটা ধূমায়িত কালৰ ভাৰতীয় সাহিত্য-সংস্কৃতিৰ সন্ধেন প্ৰদানৰ অন্যতম নিৰ্ভৰযোগ্য অৱলম্বন। প্ৰাকৃত-সাহিত্যৰ পাতে পাতে সেই কথা স্বাক্ষৰিত হৈ আছে। কোনো এটা সংজ্ঞাৰদ্বাৰা পৰিসীমিত কৰিবলৈ হ'লে প্ৰাকৃত সাহিত্যক প্ৰাকৃত ভাষাত ৰচিত ভাৰতীয় সাহিত্যৰ শ্ৰেষ্ঠতম পৰিচয়পঞ্জী বোলাহে শ্ৰেয়।

# প্রাকৃত সাহিত্য





ডক্টর সত্যেন্দ্রনারায়ণ গোস্বামী
রবীন্দ্রনাথ ঠাকুর অধ্যাপক,
আধুনিক ভারতীয় ভাষা-বিভাগ
গুবাহাটী বিশ্ববিদ্যালয়

বাণী প্রকাশ প্রাইভেট লিমিটেড
পাঠশালা গুবাহাটী কলিকতা




**প্ৰকাশক ঃ**

শ্ৰীঅম্বিকাপদ চৌধুৰী

বাণী প্ৰকাশ প্ৰাইভেট লিমিটেড

পাণবজাৰ, গুৱাহাটী-৭৮১০০১

**শাখা ঃ**

পাঠশালা, বৰপেটা-৭৮১০২৫

১০ কৈলাস বোস ষ্ট্ৰীট

কলিকতা ৭০০০০৬

**পঞ্চম প্ৰকাশ**

২০০৯







**বেচ ঃ**

নব্বৈ টকা মাথোন

**মুদ্ৰণ ঃ**

**কালাৰপ্লাছ**

ৰাজগড় ৰোড, গুৱাহাটী-৩, ফোন ঃ ০৩৬১-২৪৬৩৪৬৯


**PRAKRIT SAHITYA :**

A book on Prakrit Literature with the learned translation of the Grammar portion of 'An Introduction of Prakrit' by A C Woolner being the Second Part of the book by Dr Satyendranarayan Goswami, M A , D Phil (Cal), Rabindranath Tagore Professor, Deparment of Modern Indian Languages, G U , Formerly Reader in Deptt. of Assamese, D U , Ex-Research Scholar of the Govt of Assam at C U , Ex-Khaira Research Scholar in Indian Lingustics and Phonetics of Calcutta University and Senior Research Fellow of the University Grants Commission in Assamese Department Gauhati University with a valuable Forward by Prof Dr Sukumar Sen, M.A., Ph.D. (Cal), F.A.S., Hd of the Dept. of Comparative Philology and Khaira Professor of Indian Linguistics & Phonetics, C U (retired)

পৰম পূজনীয় শিক্ষাগুৰু

**অধ্যাপক ডক্টৰ প্ৰয়াত বিৰিঞ্চি কুমাৰ বৰুৱা**

এম. এ., বি. এল (কেল), পি এইচ ডি (লণ্ডন)

দেৱৰ পৱিত্ৰ স্মৃতিত

# নিবেদন

সাহিত্য-ধাৰা সমুদ্ৰগামী নদীৰ দৰে প্ৰবাহমান। আবহমান কালৰেপৰা এই ধাৰা প্ৰবাহিত হৈ আহিছে আৰু যুগে যুগে পাৰিপাৰ্শ্বিক সাংস্কৃতিক অৱয়বৰ লগত তাল ৰাখি সাহিত্যব্ৰতীসকল অগ্ৰসৰ হৈ আহিছে সেই গতিধাৰাকে আঁকোৱালি লৈ। তাৰ নিমজ স্পৰ্শত আমাৰ মন ৰোমাঞ্চিত, অভিসিঞ্চিত। সেয়ে আৰ্যাবৰ্তৰ আদিম কালৰেপৰা বৰ্তমান কাললৈকে সাহিত্য ধাৰাৰ লগত পৰিচিত হ'বলৈ আমাৰ এই প্ৰবল উৎসুকতা। অসমীয়া সাহিত্য-প্ৰবাহৰ পূৰ্ণ পৰিচয়ৰ কাৰণে পূৰ্বকালীন ভাষা-সাহিত্যৰ ইতিবৃত্ত জনা দৰকাৰ। আধুনিক ভাৰতীয় আৰ্য ভাষাৰ সাহিত্যালোচনা বা তাৰ অধ্যয়নত প্ৰত্ন ভাৰতীয় আৰ্য ভাষা আৰু মধ্য ভাৰতীয় আৰ্য ভাষাৰ সাহিত্য-ধাৰাৰ লগত বিশেষভাৱে চিনাকি হোৱা প্ৰয়োজন। মধ্য ভাৰতীয় আৰ্য ভাষাৰ যুগটোক থূলমূলকৈ প্ৰাকৃতৰ যুগ বুলিব পাৰি। এই যুগটোক আদি-মধ্য-শেষ— এই তিনিটা স্তৰত বিভক্ত কৰা হয় যদিও এই তিনি স্তৰৰ সাহিত্যৰ মূল সুৰটো সমধৰ্মী। এই স্তৰবিভাগ সাহিত্যিক লক্ষণৰ ভেটিত নহয়, ভাষাগত বৈশিষ্ট্যৰ ভেটিতহে মূৰ্তমান।

'পালি-প্ৰাকৃত-অপভ্ৰংশ' ভাষা এই মধ্য যুগৰ ভাষাৰ অন্তৰ্গত। এই ভাষাত ৰচিত সাহিত্যৰ ভঁৰালটোৱো উলাই কৰিবলগীয়া নহ'ল, বেচ শকত। এই সম্পৰ্কে উৎসুকতা প্ৰায়বিলাকৰে সমান; কিন্তু অসমীয়া ভাষাত সেই অভাৱ পূৰাব পৰা কোনো এখন পুথিয়েই নাই। সেই কথালৈ লক্ষ্য ৰাখিয়েই এই পুথি প্ৰণয়নৰ প্ৰয়াস কৰা হৈছে। পুথিৰ শেষত দীঘলীয়া গ্ৰন্থপঞ্জীৰ সমাবেশ কৰাৰ অভিপ্ৰায়ো সেই একেটাই। তদুপৰি অসমীয়াৰ বিশেষকৈ অনাৰ্চ আৰু স্নাতকোত্তৰ পৰীক্ষাৰ্থীসকলে এই যুগৰ ভাষা-সাহিত্য আয়ত্ত কৰা প্ৰয়োজন; কিন্তু বিশ্ববিদ্যালয়ে নিৰ্ধাৰিত কৰি দিয়া এই সম্পৰ্কীয় প্ৰায়বোৰ পুথিয়েই দুৰ্লভ। অন্যান্য ভাষাত দুই-এখন সুলভ সংস্কৰণৰ পুথি দেখা যায় যদিও সেয়া নিৰ্ভৰযোগ্য নহয়। ফলত 'অসমীয়া'ৰ অনাৰ্চ আৰু এম. এ.ৰ ছাত্ৰ-ছাত্ৰীসকলৰ কাৰণে এই বিষয়টো বিভীষিকা যেন হৈ পৰিছে।

প্ৰায় পাঁচ বছৰ আগতে অসমীয়া ভাষাতত্ত্বৰ গৱেষণাৰ কাম আৰম্ভ কৰা সময়ত আমি এনেকুৱা এখন পুথি প্ৰণয়নৰ পৰিকল্পনা হাতত লৈছিলোঁ। এই আঁচনিৰ কথা শুনি পৰম পূজনীয় অধ্যাপক প্ৰয়াত বিৰিঞ্চিকুমাৰ বৰুৱা, এম এ., বি.এল., পি.এইচ.ডি. দেৱে বিস্তৰ উপদেশ আৰু পৰামৰ্শৰে আমাক অনুপ্ৰাণিত কৰিছিল। আন্তৰ্জাতিক খ্যাতিসম্পন্ন এই মনীষীজনাৰ সেই কথা আজিও মনত পৰে। ইতিহাস প্ৰসিদ্ধ নালন্দা, ৰাজগীড়, পাৱাপুৰী, বুদ্ধগয়া আদিত পূজাৰ ছুটী কটাবলৈ যোৱা সময়ত তেখেতৰ

সেই উপদেশ মতেই এই পুথিৰ ৰচনাত হাত দিছিলোঁ, কিন্তু আমাৰেই দুৰ্ভাগ্য যে জীৱিতাৱস্থাত তেখেতক আমি কেৱল এই পুথিৰ পৰিকল্পনা আৰু তাৰ কিয়দাংশ পাণ্ডুলিপিহে দেখুৱাবলৈ সক্ষম হৈছিলোঁ। তেখেতৰ আজ্ঞা আৰু নিৰ্দেশানুক্রমে তুলনামূলক ভাষাতত্ত্বৰ অধ্যয়ন আৰু গৱেষণাত ব্রতী হ'বলৈ সুযোগ পাইছিলোঁ। সেয়ে তেখেতৰ পবিত্র স্মৃতিত এই পুথিখন উছৰ্গা কৰা হ'ল।

'প্রাকৃত সাহিত্য'ৰ নামকৰণ সম্পর্কে এষাৰ কোৱা উচিত হ'ব। এই পুথিখন তিনিটা সৰু সৰু খণ্ডত সম্পূৰ্ণ ঃ প্রথম খণ্ডত মধ্য ভাৰতীয় আৰ্য ভাষাৰ বিশেষকৈ প্রাকৃতৰ সংক্ষিপ্ত ইতিবৃত্ত, দ্বিতীয় খণ্ডটোত উলনাৰ ৰচিত 'প্রাকৃত উপক্রমণিকা'ৰ ব্যাকৰণ অংশৰ অসমীয়া ৰূপান্তৰ আৰু তৃতীয় খণ্ডত গ্রন্থপঞ্জীৰে সৈতে গুৱাহাটী বিশ্ববিদ্যালয়ৰ বি.এ. আৰু এম.এ. শ্রেণীৰ প্রায়বোৰ Selected MIA pieces-খিনিকেই সন্নিবিষ্ট কৰা হৈছে। অৱশ্যে দ্বিতীয় খণ্ডত তাৰকাচিহ্ন পাদটীকাৰে কিছুমান নতুন কথাৰ সমাবেশ কৰা হৈছে; সেইবোৰ আচলতে স্বেচ্ছাকৃত সংশোধন নহয়— উলনাৰৰ পৰৱৰ্তীকালীন অধ্যয়ন-গৱেষণা প্রদত্ত তথ্যহে। সংস্কৃত বা প্রত্ন ভাৰতীয় আৰ্য ভাষা (Old Indo-Aryan Languages) অৰ্থাৎ বৈদিক (Vedic) আৰু সংস্কৃতৰ (Classical Sanskrit) পৰৱৰ্তী আৰু আধুনিক ভাৰতীয় আৰ্য ভাষাৰ (Modern Indo-Aryan Languages) মধ্যৱৰ্তী কালছোৱাৰ এই ঠালটোৰ ভাষাক সাধাৰণভাৱে প্রাকৃত-ভাষাৰ যুগ বোলা হয়। সেই বাবেই পুথিখনৰ নাম 'মধ্য ভাৰতীয় আৰ্য ভাষাৰ ইতিবৃত্ত' নাৰাখি চমুকৈ 'প্রাকৃত সাহিত্য' ৰখা হ'ল। এই পুথি প্রণয়নত সহায়ক হিচাপে লোৱা পুথিবোৰৰ নাম পাদটীকা আৰু গ্রন্থপঞ্জীত উল্লেখ কৰা হৈছে। সেইসকল গ্রন্থকাৰৰ প্রতি আমি অকুণ্ঠচিত্তে ঋণ স্বীকাৰ কৰিলোঁ।

'প্রাকৃত সাহিত্য' ৰচনাত বন্ধুবৰ শ্ৰীযুত গুৰুপদ চৌধুৰী দেৱৰপৰা পোৱা উৎসাহ-উদ্দীপনাৰ কথা আমি পাহৰিব নোৱাৰোঁ। আকৌ, উলনাৰ প্রণীত An Introduction to Prakrit-অৰ প্রথম সংস্কৰণৰ পুথি এখনৰ যোগান ধৰাৰ উপৰিও প্রেছৰ পাণ্ডুলিপি প্রস্তুত কৰাত আমাক বিশেষভাৱে সহায় কৰা বাবে কলিকতা বিশ্ববিদ্যালয়ৰ তুলনামূলক ভাষাতত্ত্বৰ পৰীক্ষাৰ্থীনী শ্ৰীমতী বাণী হোড় আমাৰ বিশেষ ধন্যবাদৰ পাত্রী। আন যিসকলৰ দিহা-পৰামৰ্শৰদ্বাৰা আমি উপকৃত আৰু উৎসাহিত হৈছোঁ, তিসকলৰ ভিতৰত গুৱাহাটী বিশ্ববিদ্যালয়ৰ অধ্যাপক ড° সত্যেন্দ্রনাথ শৰ্মা, ড° মহেশ্বৰ নেওগ, শ্ৰীযুত গোলোকচন্দ্র গোস্বামী, ড° মুকুন্দমাধৱ শৰ্মা, ড° প্রফুল্লচন্দ্র কটকী, নলবাৰী সংস্কৃত কলেজৰ অধ্যক্ষ পণ্ডিত মনোৰঞ্জন শাস্ত্রী, কটন কলেজৰ অধ্যাপক শ্ৰীযুত বিনয়ভূষণ চৌধুৰী, বি. বৰুৱা কলেজৰ অধ্যক্ষ শ্ৰীযুত প্রমোদচন্দ্র ভট্টাচাৰ্য, নলবাৰী কলেজৰ অধ্যাপক শ্ৰীযুত শশীনাথ শৰ্মা, নৰ্থ লক্ষীমপুৰ কলেজৰ অধ্যাপিকা শ্ৰীমতী চন্দ্রিকা

বৰুৱা, শংকৰদেৱ কলেজৰ অধ্যাপক শ্ৰীমান দ্বিজেন্দ্ৰনাৰায়ণ গোস্বামী, শ্ৰীযুত প্ৰতাপচন্দ্ৰ গোস্বামী আৰু শ্ৰীযুত কৈলাস শৰ্মা; কলিকতা বিশ্ববিদ্যালয়ৰ অধ্যাপক শ্ৰীযুত প্ৰণবেশ সিংহ ৰায়, ড° দ্বিজেন্দ্ৰনাথ বসু, ড° সত্যস্বৰূপ মিশ্ৰ আৰু কলিকতা সংস্কৃত কলেজৰ অধ্যাপক ড° ভক্তিপ্ৰসাদ মল্লিক আদিৰ নাম উল্লেখযোগ্য। এইখিনিতে উক্ত সুধীবৃন্দক শলাগ জনালোঁ।

নিবেদনৰ পূৰ্ণতাৰ কাৰণে আৰু এষাৰ কথা কোৱা প্ৰয়োজন। আমাৰ এই প্ৰাকৃত সাহিত্য ছপা হৈ থকা অৱস্থাতে পুথিখনিৰ আদ্যোপান্ত খৰচি মাৰি চাই কলিকতা বিশ্ববিদ্যালয়ৰ তুলনামূলক ভাষাতত্ত্বৰ প্ৰধান অধ্যাপক আৰু ভাৰতীয় ভাষাতত্ত্ব আৰু ধ্বনিবিজ্ঞানৰ খয়ৰা অধ্যাপক হিচাপে সম্প্ৰতি অৱসৰ লাভ কৰা স্বনামধন্য ভাষাতাত্ত্বিক তথা বঙ্গৰ সুসাহিত্যিক ড° সুকুমাৰ সেন এম. এ., পি. এইচ. ডি., এফ.এ.এছ. দেৱে কামৰ প্ৰবল হেঁচাৰ মাজতো সুকণ্ঠা উলিয়াই টোতে খৰ মাৰি এটি তাৎপৰ্যপূৰ্ণ বহুমূলীয়া মন্তব্য আগবঢ়াইছে। তাৰ কাৰণে গুৰুৰ ওচৰত ঋণ স্বীকাৰ কৰাৰ বাহিৰে আমাৰ আন উপায় নাই।

সদৌ শেষত পুথিখনিৰ প্ৰকাশৰ দায়িত্ব লৈ খৰধৰকৈ ছপাই উলিওৱাৰ বাবে বাণী প্ৰকাশ মন্দিৰৰ অন্যতম স্বত্বাধিকাৰী শ্ৰীযুত অম্বিকাপদ চৌধুৰীদেৱৰ শলাগ ল'লোঁ। যিসকল পাঠক-পাঠিকাৰ উদ্দেশ্যে 'প্ৰাকৃত-সাহিত্য' যুগুত কৰা হ'ল সিসকলৰ পৰা সমাদৰ লাভ কৰিলেই আমাৰ শ্ৰমৰ সাৰ্থকতা স্বীকাৰ কৰিব পৰা যাব। লগতে সুধীসকলৰ প্ৰতি অনুৰোধ এয়ে যে ভাষাতত্ত্বৰ চৰ্চাৰ ক্ষেত্ৰত 'প্ৰাকৃত সাহিত্য'ই আমাৰ প্ৰথম প্ৰচেষ্টা। গতিকে ইয়াত দোষ-ত্ৰুটি থকাটো অস্বাভাৱিক নহয়; তেওঁলোকে ব্যক্তিগতভাৱে সম্ভৱ নহ'লেও প্ৰকাশকৰ যোগে সিবোৰ আমাৰ দৃষ্টিগোচৰ কৰে যেন। কিয়নো তেতিয়া হ'লে পৰৱৰ্তী সংস্কৰণত ইয়াৰ উত্তৰোত্তৰ উন্নতি সাধন কৰিব পৰা যাব।

এই ক্ষুদ্ৰ পুথিখনে প্ৰাকৃত ভাষা-সাহিত্য সম্পৰ্কে অসমীয়া পাঠক-পাঠিকাৰ কৌতূহল উদ্দীপিত কৰক— এয়ে আমাৰ কামনা।

শ্ৰীপঞ্চমী, ১৮৮৬ শক
কলেজ স্কোৱাৰ, কলিকতা

শ্ৰীসত্যেন্দ্ৰনাৰায়ণ গোস্বামী

## দ্বিতীয় সংস্কৰণ

প্ৰাকৃত সাহিত্যৰ প্ৰথম সংস্কৰণৰ পুথি বহুদিনৰ আগতে বজাৰত নাইকিয়া হ'ল। দ্বিতীয় সংস্কৰণৰ বাবে কাম হাতত লোৱা হ'ল, আৰু লগে লগে বহু বন্ধু-বান্ধৱৰ উপৰিও সুধীজনৰ পৰামৰ্শও মনলৈ আহিল। প্ৰথম সংস্কৰণৰ পুথিখনি ছপা হোৱাৰ পিছতেই এই পৰামৰ্শবোৰ আমাৰ হাতত পৰিছিল। সেই কথালৈ লক্ষ্য ৰাখি পুথিৰ প্ৰথম খণ্ডটোত বহু নতুন কথাৰ অৱতাৰণা কৰা হ'ল; ফলত এই অংশটো পূৰ্বৰ দুগুণতকৈয়ো বেছি দীঘলীয়া হ'ল। শিক্ষাৰ্থী আৰু কৌতূহলী ভাষাপ্ৰেমী, পাঠক-পাঠিকা, এই উভয় শ্ৰেণী লোকেই ইয়াৰ দ্বাৰা উপকৃত হ'ব বুলি ধাৰণা হৈছে। পৰৱৰ্তী খণ্ড দুটাটো কিছু কথা সংযোগ কৰাৰ মন গৈছিল, কিন্তু পুথিখনিৰ প্ৰকাশত কিছু খৰখেদা কৰিবলগীয়া হোৱা বাবে এইছোৱাৰ সালসলনি নকৰি পুনৰ মুদ্ৰিত কৰাহে হ'ল। এই খণ্ডৰ নতুন কথা ভালেখিনি সংযোগ কৰা হেতুকে পৰিবৰ্ধিত সংস্কৰণৰূপে প্ৰকাশ কৰা হ'ল। এইবাৰো পুথিখনিৰ প্ৰকাশকৰ দায়িত্ব ল'লে প্ৰবীণ প্ৰতিষ্ঠান বাণী প্ৰকাশে। সেই বাবে এই প্ৰতিষ্ঠানৰ সদৌজনেই আমাৰ ধন্যবাদৰ পাত্ৰ।

প্ৰথম সংস্কৰণৰ দৰে এই পৰিবৰ্ধিত সংস্কৰণটোৱে সহৃদয় পাঠক-পাঠিকাৰ সমাদৰ লাভ কৰা যেন দেখিলেই আমাৰ শ্ৰম সাৰ্থক হোৱা বুলি ভাবিম।

১৫ আগষ্ট, ১৯৮৫ — শ্ৰীসত্যেন্দ্ৰনাৰায়ণ গোস্বামী

## তৃতীয় সংস্কৰণ

প্ৰাকৃত সাহিত্যৰ আগৰ সংস্কৰণৰ কিতাপ বজাৰত দুৰ্লভ হৈ পৰাত সহৃদয় পাঠক-পাঠিকা, বিশেষকৈ কলেজ আৰু বিশ্ববিদ্যালয়ৰ কেবাজনো অধ্যাপক আৰু গবেষকৰ পৰামৰ্শ অনুসৰি তৃতীয় সংস্কৰণৰ বাবে পুথিখন যুগুত কৰা হ'ল। এইবাৰো ঠায়ে ঠায়ে কিছু কথা সংশোধন কৰাৰ লগতে ৩য় খণ্ডৰ অন্তৰ্গত কেইটামান নতুন পাঠ সংযোজন কৰা হ'ল। এইবাৰো পুথিখন ছপোৱাৰ দায়িত্ব ল'লে বাণী প্ৰকাশে; ইয়াৰ বাবে প্ৰতিষ্ঠানটিৰ শলাগ লৈছোঁ। পুথিখনিয়ে আগৰদৰে পাঠক-পাঠিকাসকলৰ পৰা সমাদৰ লাভ কৰা যেন দেখিলে কৃতাৰ্থ মানিম।

১৫ জুলাই, ১৯৯৩ — শ্ৰীসত্যেন্দ্ৰনাৰায়ণ গোস্বামী
গুৱাহাটী

# Foreward

[By Dr Sukumar Sen, M A, Ph D, F A S & Hd of the Dept of Comparative Philology and Khaira Professor of Indian Linguistics and Phonetics, C U (retired)]

A knowledge of Middle Indo-Aryan (Pali and the Prakrits) is very necessary for a proper understanding of the structure of Modern Indo-Aryan Language like Assamese, Bengali, Hindi, Oriya, etc The M A Course in a modern Indo-Aryan language, therefore, provides for elementary study of Middle Indo-Aryan But reliable text books on the subject in a modern Indo-Aryan tongue is generally not available Dr Satyendra Narayan Goswami, M A, D Phil has written the following pages for the benefit of the Assamese students Dr. Goswami is a linguistician and I am sure his book will be of immense help to those for whom it is intended.

**Sukumar Sen**
12.8 65

# সূচীপত্র

## প্ৰথম খণ্ড



## দ্বিতীয় খণ্ড



## তৃতীয় খণ্ড

প্ৰথম অধ্যায়

# প্ৰাকৃত সাহিত্য আৰু ভাষা

## আৰম্ভণ

সমগ্ৰ ভাৰতীয় আৰ্য ভাষাৰ ক্ৰমবিকাশৰ ধাৰা তথা ইতিহাস অধ্যয়নত তিনিটা বিশিষ্ট স্তৰ নিৰ্দেশিত হয় : প্ৰত্ন ভাৰতীয় আৰ্য (Old Indo-Aryan), মধ্য ভাৰতীয় আৰ্য (Middle Indo-Aryan) আৰু নব্য ভাৰতীয় আৰ্য (New Indo-Aryan)। বৈদিক ৰচনাৱলী, মহাকাব্যসমূহ, পাণিনি-পতঞ্জলিৰ সংস্কৃত ৰচনা আৰু পৰৱৰ্তী কালৰ কালিদাস প্ৰমুখ্যে সাহিত্যিকসকলৰ ৰচনা সম্ভাৰে ভাৰতীয় আৰ্য ভাষাৰ প্ৰাচীন স্তৰভুক্ত সাহিত্যৰ নিদৰ্শন দাঙি ধৰে। এই স্তৰৰ সাহিত্যৰ ভাষা মূলতে বৈদিক আৰু শিষ্টসম্মত সংস্কৃত। দ্বিতীয় স্তৰৰ সাহিত্যৰাজিৰ ভিতৰত বিভিন্ন শিলালিপি তথা অশোকৰ অনুশাসনসমূহ, পালি ভাষাত লিখিত গ্ৰন্থৰাজি, বিভিন্ন নাটকত ব্যৱহৃত প্ৰাকৃত ৰচনাৰাজি, জৈন গ্ৰন্থৰাজি, দোহা-গান-গাথা আদি সামৰি লোৱা হয়। এই কালৰ সাহিত্যৰ ভাষা হ'ল পালি, বিবিধ প্ৰাকৃত আৰু অপভ্ৰংশ।[১] ইয়াৰ পৰৱৰ্তী স্তৰটোৱেই হ'ল নব্য বা আধুনিক ভাৰতীয় আৰ্য ভাষা তথা অসমীয়া, বঙালী, হিন্দী, উৰিয়া, মাৰাঠী, ৰাজস্থানী আদি ভাষা-সাহিত্যৰ যুগ। ভাৰতীয় আৰ্য ভাষাৰ এই ক্ৰমবিকাশৰ ধাৰাটো তিনিপিঠিত দিয়াৰ দৰে চিত্ৰৰ সহায়ত সহজে দেখুৱাব পাৰি।

মধ্য ভাৰতীয় আৰ্য ভাষাৰ বিকাশ সম্পৰ্কে নানা মুনিৰ নানা মত; কিন্তু এটা কথাত সকলো একমত যে এই কালৰ সাহিত্যৰাজিয়ে প্ৰাকৃত ভাষাৰ নিদৰ্শন দাঙি ধৰে। বৈদিক ভাষাৰ ৰচনাৱলী লিপিবদ্ধ হৈ অহাৰ পিছতো কথ্যভাষাৰূপে বহুকাল ব্যাপি প্ৰচলিত হৈ থকা লৌকিক সংস্কৃত ভাষায়ো সাহিত্যিক মৰ্যাদা পৰিগ্ৰহ কৰিলে, কিন্তু তাৰো এটা অশিষ্টসম্মত অৰ্থাৎ কথিত ৰূপ লোকসমাজৰ মাজত প্ৰচলিত হৈয়ে থাকিল। এনেকুৱা অশিষ্টসম্মত তথা সাধাৰণৰ কথ্যভাষা মূল সংস্কৃতৰ ওপৰতেই

---

১ দ্ৰষ্টব্য— বিষয় নিৰ্দেশ; M Winternitz *A History of Indian Literature*, Vol II , E. Muller : *A Short History of the Pali Language and Literature* , Dr S. Sen *Bharatiya Sahityar Itihas* (in Bg )

প্ৰাকৃতৰ অভ্যুদয়। সেই প্ৰাকৃতেও ক্ৰমবিকশিত হৈ সাহিত্যিক ৰূপ প্ৰাপ্ত হোৱাৰ পিছত লোকসমাজৰ কথিত ভাষাৰূপে প্ৰচলিত হৈ থকা অমাৰ্জিত প্ৰাকৃতৰ পৰিণতিয়েই আধুনিক ভাৰতীয় আৰ্য্য ভাষাসমূহ।




বিশেষকৈ সংস্কৃত সাহিত্যতো প্ৰাকৃত ভাষাই স্থান পাই আহিছে। প্ৰখ্যাত কবি-নাট্যকাৰ ভাস আৰু কালিদাসৰ নাটকত প্ৰাকৃতে বহুখিনি ঠাই অধিকাৰ কৰি আছে। কোনো কোনো পণ্ডিতে 'প্ৰাকৃতং ম্লেচ্ছভাষিতম্' আখ্যা দি প্ৰাকৃত চৰ্চাত বাধা প্ৰদান কৰিলেও বিশ্বনাথ কবিৰাজ বা ৰাজশেখৰৰ নিচিনা বহু ভাষা বিশাৰদ কবিসকলে প্ৰাকৃত চৰ্চাত বিশেষভাৱে মনোনিবেশ কৰি গৈছে। সঁচা কথা, সংস্কৃত সাহিত্য অতি ব্যাপক আৰু যথেষ্ট গভীৰ, প্ৰাকৃত সাহিত্যৰ পৰিসৰ বহু সীমিত। কিন্তু প্ৰাকৃত ভাষা-সাহিত্য যে সংস্কৃত আৰু আধুনিক ভাৰতীয় আৰ্য ভাষাৰ মাজত একমাত্ৰ যোগসূত্ৰ সেই কথাও অস্বীকাৰ কৰিব নোৱাৰি। প্ৰাকৃতৰ স্তৰ ভেদ কৰিহে এই নতুন ভাষাবোৰে নিজ

নিজ ৰূপ লৈছে। প্ৰাকৃতৰ গভীৰ অধ্যয়ন নকৰিলে এই ভাষাসমূহৰ পূৰ্ণাঙ্গ অধ্যয়ন অসম্ভৱ। তদুপৰি সংখ্যাত তাকৰ হ'লেও প্ৰাকৃত সাহিত্যও উপভোগ্য সামগ্ৰীৰে সমৃদ্ধ। বিশেষকৈ গীতি-কাব্যৰ ক্ষেত্ৰত প্ৰকৃতৰ অৱিহণা সংস্কৃততকৈ কোনো গুণে কম নহয়।

হালৰ গাহাসত্তসই প্ৰেমগাথাৰ এক অপূৰ্ব নিদৰ্শন; প্ৰকাশভংগী, সুৰ, মাধুৰ্য, ভাব সম্পদ আৰু স্থানীয় চিত্ৰাংকনৰ পিনৰপৰা ই এখনি উৎকৃষ্ট প্ৰেম-কাব্য। সেই প্ৰাকৃত ভাষাৰ বিষয়ে 'সৰ্বভাষা-বিচক্ষণ' কবিৰাজ ৰাজশেখৰে' এইবুলি কৈছে : "সংস্কৃত-ৰচনা কঠোৰ, প্ৰাকৃত-ৰচনা সুকোমল ; পুৰুষ আৰু মহিলাৰ মাজত যি পাৰ্থক্য, এই দুই ভাষাৰ মাজতো সেই পাৰ্থক্য।" সংস্কৃত ভাষাত প্ৰাকৃতৰ বিবিধ উপাদান থকাৰ উপৰিও নাটকত এই ভাষাৰ মাধ্যমেদি ভালেমান চৰিত্ৰই বিকাশ লাভ কৰিছে। সেইবোৰ কাব্যৰ প্ৰকৃত ৰসাস্বাদনৰ বাবেও প্ৰাকৃত ভাষাৰ অধ্যয়ন কৰা দৰ্কাৰ। আনহাতে ভাৰতীয় দৰ্শনৰ এক বিপুল অংশ অধিকাৰ কৰি আছে বৌদ্ধ আৰু জৈন দৰ্শনে। তাৰ অধিকাংশই প্ৰাকৃতৰ অন্তৰ্গত বিবিধ ভাষাত লিপিবদ্ধ। প্ৰাকৃত চৰ্চা অবিহনে এই ভাবসমৃদ্ধ গ্ৰন্থৰাজিৰ প্ৰকৃত বোধ জানো সম্ভৱ? আনহাতে আধুনিক ভাৰতীয় আৰ্য ভাষাৰ মূল উপাদান, যেনে— শব্দসম্ভাৰ তদ্ভৱ, অৰ্ধতৎসম আৰু দেশী প্ৰাকৃতজ শব্দাদিৰদ্বাৰা সমৃদ্ধ। এইবোৰৰ প্ৰকৃত ব্যুৎপত্তি আৰু তাৎপৰ্য উদ্ধাৰৰ কাৰণেও প্ৰাকৃতৰ গভীৰ অধ্যয়নৰ প্ৰয়োজন। সেইদৰে বৰ্তমান আমি যি জনসাহিত্যৰ কথা কৈছোঁ সেই জনসাহিত্য সংগ্ৰহ আৰু সংৰক্ষণৰ সূচনা বৈদিক যুগতে হৈছিল যদিও প্ৰাকৃত ভাষাতহে সি অধিক স্থায়ীৰূপ পালে। স্বৰূপাৰ্থত 'লোক-সাহিত্য' নহ'লেও জনসাধাৰণৰ হৰ্ষ-বিষাদ, আশা-আকাংক্ষা, সমাজৰ নানা দিশৰ সম্ভেদ প্ৰদানত এই প্ৰাকৃত সাহিত্যৰ অৱদান কম নহয়। প্ৰাকৃত সাহিত্যৰাজিক সমাজৰ সাধাৰণ শ্ৰেণীৰ লোকৰ দৈনন্দিন জীৱনৰ নক্সা বুলিব পাৰি।" আকৌ প্ৰাচীন শিলালিপিসমূহো প্ৰত্নতত্ত্বৰ এক অমূল্য সম্পদ। বৌদ্ধ আৰু জৈন যুগত লিখিত শিলালিপিবাজিয়ে সেই সময়ৰ বহু কথাৰ সম্ভেদ দিয়ে; কিন্তু এইবোৰৰ ভাষাও প্ৰাকৃতৰ অন্তৰ্গত ভাষাৰাজি। সিবিলাকৰ আচল পাঠোদ্ধাৰৰ বাবেও প্ৰাকৃত চৰ্চাৰ দৰ্কাৰ। এইদৰে দেখা যায় যে প্ৰাচীন কালৰ ভাৰতীয় সমাজ-ব্যৱস্থা, ৰাজনীতি, অৰ্থনীতি, দৰ্শন, ধৰ্ম-সংস্কাৰ, শিক্ষা আদি ভালেমান বিষয়ৰ উপৰিও ভাৰতীয় আৰ্য ভাষাৰ বিপুল সাহিত্যৰাজিৰ অধ্যয়নত প্ৰাকৃত ভাষাই বহন কৰি

---

২ পৰুসা সক্কঅবন্ধা পাউঅবন্ধো বি হোই সুউমাৰো।
পুৰিসমহিলাণং জেত্তিঅমিহন্তৰং তেত্তিঅমিমাণং ॥ ৮ ॥

*কৰ্পূৰমঞ্জৰী*, ১ম জৱনিকান্তৰম্ : ৰাজশেখৰ

৩ M Winternitz *A History of Indian Literature* Vol II

অনা মূল্যবান সা-সম্ভাৰৰ কথা কোনেও অস্বীকাৰ কৰিব নোৱাৰে।[৪] চমু কথাত, মধ্যযুগৰ প্ৰাকৃত ভাষাই ভাৰতীয় আৰ্য ভাষাৰ ইতিহাসত এটা গুৰুত্বপূৰ্ণ ভূমিকা লৈ আছিছে বুলিব পাৰি। সেয়ে প্ৰাকৃত ভাষা আৰু সাহিত্যৰ অধ্যয়ন অতি অপৰিহাৰ্য।

মধ্য ভাৰতীয় আৰ্য ভাষাৰ সমগ্ৰ ৰচনা সম্ভাৰৰ সাহিত্যিক ঐতিহ্য আৰু তাৰ সৌন্দৰ্য সম্পৰ্কে আলোচনা কৰিবলৈ গ'লে আমাৰ দৃষ্টিত এইটো কথা স্পষ্ট হৈ উঠে যে ভাৰতীয় আৰ্য বা সাধাৰণভাৱে সংস্কৃত আৰু মধ্য ভাৰতীয় আৰ্য বা তথাকথিত প্ৰাকৃত ভাষাৰ সাহিত্যৰ মাজত এটা পাৰস্পৰিক প্ৰভাৱ বিদ্যমান। সংস্কৃতেই প্ৰাকৃতৰ মূল যদিও প্ৰাকৃতৰ পূৰ্ণ বিকাশে সংস্কৃতক পংগু কৰিবলৈ সক্ষম নহ'ল। তাৰ ঘাই কাৰণ সম্ভৱতঃ পণ্ডিতসমাজৰ সংস্কৃতৰ প্ৰতি পক্ষপাতিতা আৰু প্ৰাকৃতৰ প্ৰতি উদাসীনতা। এইখিনিতে এষাৰ কথা উল্লেখ কৰা দৰ্কাৰ যে সংস্কৃত বুলিলে OIA অৰ্থাৎ বৈদিক (Vedic) আৰু পাণিনি-পতঞ্জলিৰ সংস্কৃত (Classical Sanskrit) উভয়কে সামৰি লোৱা হয়। গতিকে সংস্কৃতৰ বিকাশ বুলিলে পাণিনি-পতঞ্জলিৰ সংস্কৃত বুলি ভবাটো ভ্ৰমসংকুল ভিন্ন আন একো নহয়, বা সেই সংস্কৃতৰ পৰাই প্ৰাকৃতৰ বিকাশ বোলাও সমীচীন নহয়। অৱশ্যে এইটো কথাত অকণো সন্দেহ নাই যে প্ৰাকৃত ব্যাকৰণকাৰসকলে সংস্কৃত বৈয়াকৰণিকসকলৰপৰা ব্যাকৰণ প্ৰণয়ন কৰিবলৈ অনুপ্ৰেৰণা পাইছিল। তেওঁলোকৰ ব্যাকৰণৰ অৱলম্বনত প্ৰাকৃত ব্যাকৰণ ৰচনা কৰিছিল কাৰণেই তাৰ ভাষা আছিল সংস্কৃত আৰু গঠন (structure) বা ব্যাখ্যাৰীতি (explanation) আছিল সংস্কৃতগন্ধী।[৫] এই যুগৰ সাহিত্যসমূহৰ আলোচনাৰ সুবিধাৰ্থে সাহিত্যিক লক্ষণলৈ লক্ষ্য ৰাখি সমস্ত ৰচনাৰাজি থূলমূলকৈ নিম্নপ্ৰদত্তৰূপে শ্ৰেণীবিভাগ কৰি ল'ব পাৰি :—

(১) ধৰ্মমূলক প্ৰাকৃত (Religious Prakrit)— দক্ষিণাঞ্চলৰ হীনযানী বৌদ্ধসকলৰ পালি, প্ৰাচীন জৈনসূত্ৰৰ ভাষা অৰ্থাৎ আৰ্য-প্ৰাকৃত বা অৰ্ধমাগধী, জৈন মাহাৰাষ্ট্ৰী, জৈন শৌৰসেনী আৰু জৈন আখ্যানমূলক ৰচনাৰ অপভ্ৰংশ ভাষা।

(২) সাহিত্যিক প্ৰাকৃত (Literary Prakrit)— মহাৰাষ্ট্ৰী, শৌৰসেনী, মাগধী, পৈশাচী, অপভ্ৰংশ আৰু অন্যান্য উপভাষাসমূহ।

---

৪ বসন্তকুমাৰ চট্টোপাধ্যায় সম্পাদিত 'ৰুৰুচি প্ৰণীত প্ৰাকৃত প্ৰকাশ'।

৫ দ্ৰষ্টব্য — পুথিৰ একাদশ অধ্যায় ; R. Pischel *Grammatik der Prakrit-Sprachen* , W Geiger . *Pali Literature and Sprachen* . I. J. S. Taraporewalla *Elements of the Science of Language* . S. M. Katre , *Prakrit Languages and their Contributions to Indian Culture* S K Chatterji : *Origin and Developments of the Bengali Language* . S Sen *Comparative Grammar of the Middle Indo-Aryan*

(৩) নাটকীয় প্ৰাকৃত (Dramatic Prakrit)— মাহাৰাষ্ট্ৰী, শৌৰসেনী, মাগধী আৰু তাৰ উপভাষাসমূহ প্ৰাচীন অৰ্ধমাগধী আৰু ঢক্কী আদি কেতবোৰ উপভাষা।

(৪) বৈয়াকৰণিকৰ প্ৰাকৃত (Prakrits illustrated by the grammarians)— সংস্কৃত নাটক আৰু প্ৰাকৃত কথা সাহিত্যত প্ৰয়োগ কথা মাহাৰাষ্ট্ৰী, শৌৰসেনী, মাগধী পৈশাচী, চুলিকা পৈশাচী আৰু অপভ্ৰংশ। প্ৰাকৃত ব্যাকৰণকাৰসকলে তেওঁলোকৰ ব্যাকৰণত উল্লেখ কৰি যোৱা ভাষাসমূহ।

(৫) বহিৰ্ভাৰতীয় প্ৰাকৃত (Extra-Indian Prakrit)— খোটানত খৰোষ্ঠী লিপিত লিখিত প্ৰাকৃত ধম্মপদৰ কিছু অংশ আৰু মধ্য এচিয়াত আৱিষ্কৃত নিয়া প্ৰাকৃত আৰু খোটানী প্ৰাকৃত।

(৬) অনুশাসনৰ প্ৰাকৃত (Inscriptional Prakrits)— মৌৰ্য অশোক আৰু তেওঁৰ পৰৱৰ্তী কালৰ ব্ৰাহ্মী আৰু খৰোষ্ঠী লিপিত লিখিত শিলালিপি, প্ৰস্তৰলেখ, স্তম্ভলেখ আৰু গুহাৰ অনুশাসনৰ প্ৰাকৃত। এইবোৰ ঘাইকৈ ভাৰতবৰ্ষ আৰু সিংহলৰ নানা ঠাইত আৱিষ্কৃত হৈছে।

(৭) কথা সংস্কৃত (Popular Sanskrit বা Buddhistic Prakrit)— বৌদ্ধ সংস্কৃত, জৈন সংস্কৃত আৰু হিন্দু সংস্কৃত। ইয়াৰ মূলতে হ'ল সংস্কৃতৰ প্ৰাকৃতায়ন (Prakritisation) আৰু প্ৰাকৃতৰ সংস্কৃতায়ন (Sanskritisation)। হিন্দুৰ মহাকাব্য, জৈনসকলৰ সংস্কৃত ৰচনা আৰু বৌদ্ধসকলৰ সংস্কৃত ৰচনাত পোৱা প্ৰাকৃত।

এই বিবিধ শ্ৰেণীৰ অন্তৰ্ভুক্ত মধ্যভাৰতীয় আৰ্য ভাষাৰ সাহিত্যসমূহৰ ৰচনাকাল সাধাৰণভাৱে খৃঃ পূঃ ৬০০ অব্দৰ পৰা খৃঃ ১১০০ অব্দলৈকে নিৰ্ণয় কৰা হয়। আধুনিক আৰ্য ভাষাৰ বিকাশ খৃঃ ১০০০ অব্দ বুলি ধৰা হয় সঁচা, কিন্তু ইয়াৰ পিছতো মধ্য ভাৰতীয় আৰ্য ভাষা বিশেষকৈ অপভ্ৰংশ ভাষাত সাহিত্য ৰচিত হৈয়ে আছিল প্ৰায় খৃষ্টাব্দ ১৪০০-অ লৈকে। বিদ্যাপতিক সেইকালৰ কীৰ্তিমান কৰি আখ্যা দিব পাৰি।

আনহাতে প্ৰাকৃত সাহিত্যৰাজিৰ ভাষাতাত্ত্বিক বিশ্লেষণত সংস্কৃত সাহিত্যৰ দৰে কেইটামান বিশিষ্ট স্তৰ নিৰ্দেশিত হয়। কেৱল সাহিত্যালোচনাতেই কোনো এটা ভাষাৰ পূৰ্ণৰূপ পোৱা নাযায়, তাৰ ভাষাগত তাৎপৰ্যোদ্‌ঘাটনো দৰ্কাৰ। উল্লিখিত সাহিত্যসমূহৰ ভাষাতাত্ত্বিক বিশ্লেষণত প্ৰাকৃত ভাষাৰ ক্ৰমবিকাশত ঘাইকৈ তিনিটা স্তৰ পৰিলক্ষিত হয় : আদি, মধ্য আৰু অন্ত্য বা শেষ। ব্যাপক অৰ্থত লোৱা প্ৰাকৃতকেই সূক্ষ্মালোচনাত এই তিনি স্তৰত ক্ৰমান্বয়ে পালি, প্ৰাকৃত আৰু অৰ্বাচীন প্ৰাকৃত বা অপভ্ৰংশৰূপে অভিহিত কৰা হয়। অপভ্ৰংশ স্তৰবো একেবাৰে শেষাদ্ধৰাত অৱহট্‌ঠ ভাষাৰূপে সম্প্ৰতি এটা

স্তৰ নিৰ্দেশিত হৈছে।[৬] এই খণ্ডত সন্নিবিষ্ট পৰৱৰ্তী অধ্যায়ত প্ৰাকৃত সাহিত্যসমূহ আৰু তাৰ ভাষাতত্ত্বৰ সংক্ষিপ্ত সমাচাৰৰ অৱতাৰণা কৰা হৈছে। তদুপৰি এই খণ্ডত উদ্ধৃতিৰ সমাবেশ নকৰি নিৰ্ভৰযোগ্য গ্ৰন্থাকাৰ আৰু গ্ৰন্থৰ নামহে পাদটীকাত উল্লেখ কৰা হৈছে ; অভিপ্ৰায় ছাত্ৰ-ছাত্ৰীৰ কৌতূহল উদ্দীপিত কৰা। ❑

৬ দ্ৰষ্টব্য— Subhadra Sen : *Proto Indo-Aryan.*

## দ্বিতীয় অধ্যায়

# প্ৰাকৃত সাহিত্য

প্ৰাকৃতক ব্যাপক গণ্ডীভুক্ত কৰি যি সাহিত্যিক নিদৰ্শনৰ সন্ধেদ দিয়া হ'ল তাৰ পৰ্যালোচনা কৰাৰ আগতে কৈ থোৱা ভাল যে এই আলোচনাত সাহিত্যিক মূল্যায়নৰ প্ৰতি মনোযোগ দিবলৈ নগৈ কেৱল তাৰ এটা সংক্ষিপ্ত পৰিচয় দিবলৈহে চেষ্টা কৰা হৈছে। বহল বৰ্ণনাৰ কাৰণে Winternitz-অৰ বাহিৰেও ছাত্ৰ-ছাত্ৰীসকলে নিজে কেইখনমান পুথি অধ্যয়ন কৰা বাঞ্ছনীয়।[১]

**ধৰ্মমূলক সাহিত্য :** পালি ভাষাত ৰচিত বৌদ্ধ গ্ৰন্থসমূহ, অৰ্ধমাগধীত ৰচিত প্ৰাচীনতম জৈনসূত্ৰসমূহ, মাহাৰাষ্ট্ৰী-শৌৰসেনী আৰু অপভ্ৰংশত ৰচিত কাহিনীমূলক ৰচনাসমূহ এইবিধ প্ৰাকৃত সাহিত্যৰ অন্তৰ্গত।

বৌদ্ধধৰ্মৰ প্ৰধান শাস্ত্ৰ **ত্ৰিপিটক** (সং. ত্ৰিপটক— three baskets) **বিনয়পিটক, সুত্তপিটক** আৰু **অভিধম্মপিটক** এই তিনি ভাগত বিভক্ত।

বিনয়পিটক সুত্তবিভঙ্গ, খন্ধক, পৰিবাৰ তিনিভাগত পূৰ্ণ। সুত্তবিভঙ্গৰো মহাবিভঙ্গ আৰু ভিক্খুনীবিভঙ্গ দুটা শাখা আছে। খন্ধকৰো সেইদৰে মহাবগ্গ আৰু চুল্লবগ্গ দুটা শাখা আছে। উনৈছটা শাখাত বিভক্ত পৰিবাৰ অংশ সিংহলৰপৰা প্ৰচাৰিত হৈছিল। সুত্তপিটক 'পঞ্চনিকায়' অৰ্থাৎ পাঁচটা খণ্ডত সম্পূৰ্ণ ; সিয়েই হ'ল দীঘনিকায়, মজ্ঝিম নিকায়, সংযুত্তনিকায়, অঙ্গুত্তৰনিকায় আৰু খুদ্দনিকায়। ইয়াৰে প্ৰথমৰ চাৰিটা নিকায়ক একেলগে আগম বুলিও কয়। ধম্মপদ, উদান, ইতিবুত্তক, সুত্তনিপাত, বিমানবত্থু, থেৰগাথা, পেতবত্থু, জাতক, নিদ্দেস, বুদ্ধবংস, চৰিয়াপিটক আদি উক্ত খুদ্দনিকায়ৰে অন্তৰ্ভুক্ত। সুত্তপিটক পঞ্চনিকায়ৰ কথা চুল্লবগ্গতো পোৱা যায়; কিন্তু অভিধম্মপিটক সম্পৰ্কে চুল্লবগ্গ নিমাত। অভিধম্মপিটকখন ধম্মসঙ্গনি, বিভঙ্গ, কথাবত্থু, পুগ্গলপঞ্ঞত্তি, ধাতুকথা, যমক আৰু মহাপট্ঠান এই সপ্তখণ্ডত সম্পূৰ্ণ। ইয়াক একেলগে সত্তপকৰণ বা সপ্তপ্ৰকৰণ বুলিও কোৱা হয়।

---

১ দ্ৰষ্টব্য— B.C. Law *A History of Pali Literature Vol I & II*. H.R Kapadia . *A History of the Canonical Literature of the Jainas* A B Keith *History of Sanskrit Literature*. Dey and Dasgupta *History of Sanskrit Literature*; S Sen *Bharatiya Sahityar Itihas* (in Bg).

প্ৰাচীনতম অশাস্ত্ৰীয় পালি সাহিত্যৰ ভিতৰত **মিলিন্দপঞ্হ** বিশেষ উল্লেখযোগ্য। **দীপবংসেপও** এই শ্ৰেণীৰ পুথি। এই কালৰ আন দুখনি লেখত ল'বলগীয়া পুথি হ'ল **জাতকটঠকথা** আৰু **ধম্মপদটঠকথা**। বৌদ্ধধৰ্মৰ বুৰঞ্জী আলোচনাৰ বাবে **মহাবংসে** শ্ৰেষ্ঠতম গ্ৰন্থ। **ধম্মকন্ধ, ধাতুকীয়, পঞ্চপ্ৰস্থিশাস্ত্ৰ** আদি মূলতে সংস্কৃতত ৰচিত হৈ পালিত অনূদিত হোৱা পুথি। সেইদৰে আন এখনি গুৰুত্বপূৰ্ণ পুথি **বৈপুল্লসুত্ত**; ই প্ৰাকৃত আৰু সংস্কৃতৰ মিশ্ৰৰূপ দাঙি ধৰে। সম্ভৱতঃ প্ৰাকৃতৰ প্ৰচলন হ্ৰাস হৈ অহাত আৰু সংস্কৃতৰ প্ৰসাৰ বৃদ্ধি হ'ব ধৰা সময়ত কনিষ্কৰ দিনত প্ৰণীত এই পুথিৰ প্ৰাকৃতাংশ সংস্কৃতলৈ অনূদিত হয়। কনিষ্কৰ দিনতে নাগাৰ্জুনে বৌদ্ধমহাযান সম্প্ৰদায়ৰ গ্ৰন্থ **সুখাৱতীব্যূহ** ৰচনা কৰে। ইয়াৰ পাছতো ধৰ্মশাস্ত্ৰৰ পৰিশিষ্ট হিচাপে প্ৰবাদমূলক, ইতিহাসমূলক, ধৰ্মমূলক নানা গ্ৰন্থ পালি ভাষাত ৰচিত হৈছিল। সিবোৰৰ ভিতৰত **অনাগতবংস, দীপবংস, মহাবোধিবংস, ভদ্ৰকপ্পাবদান, অবদানসতক, জাতকমালা, বোধিচয়্যাৱতাৰ**, অশ্বঘোষৰ **বুদ্ধচৰিত** আদি প্ৰধান। পালিভাষা আৰু সাহিত্যৰ ক্ৰমবিকাশ আৰু ৰূপান্তৰৰ কালটো খৃঃ পূঃ ৬০০-অৰ পৰা খৃঃ ১২০০-লৈকে বিস্তৃত। ক্ৰমবিকাশৰ এই ধাৰাটো আকৌ পাঁচটা স্তৰত বিভক্ত।

প্ৰথম স্তৰটো বুদ্ধদেৱৰ জীৱিত কালতেই সমাপ্ত; এইটোক গাথাস্তৰ বুলিব পাৰি। সুত্তনিপাত, থেৰ-থেৰীগাথা আদি এই যুগৰ উল্লেখযোগ্য ৰচনা। এই যুগৰ গাথা আৰু কবিতাৰ বিশেষত্ব হ'ল সমৃদ্ধ বাগ্‌ধাৰা (Idiom), তেজাল প্ৰকাশভংগী আৰু প্ৰয়োগৰীতিৰ প্ৰাচীনতা। দ্বিতীয় স্তৰৰ ৰচনাৰ ভিতৰত পৰে, 'উদান, ইতিবুত্তক', কিছুমান কথোপকথন আৰু কিছুমান 'সুত্ত'। এই স্তৰৰ ৰচনা সৰল আৰু আগৰ তুলনাত শৃংখলাবদ্ধ তথা সংস্কৃতীয়া। প্ৰথম বৌদ্ধমহামেলৰপৰা দ্বিতীয় বৌদ্ধমহামেললৈকে এই স্তৰৰ কাল নিৰূপিত হয়। দ্বিতীয় বৌদ্ধমহামেলৰ পৰা তৃতীয় বৌদ্ধমহামেললৈকে কল্পিত হয় তৃতীয় স্তৰ। এই সময়তে পালি গদ্য আৰু কাব্যৰ পূৰ্ণ পৰিস্ফুৰণ হয়; ভাষা আৰু প্ৰকাশভংগীত ব্যঞ্জনা আৰু মাধুৰ্য বিদ্যমান। তদুপৰি এই স্তৰৰ প্ৰাকৃত কবিতাসমূহ ঘাইকৈ বৰ্ণনামূলক। বুদ্ধবংস, চৰ্যাপিটক, অপদান এই কালৰ ৰচনা। চতুৰ্থ স্তৰৰ আৰম্ভণ খৃষ্টীয় প্ৰথম শতিকাৰপৰা। এই সময়ৰ সাহিত্য গদ্যপ্ৰধান; ভাষাও অলংকাৰবহুল আৰু সংস্কৃত প্ৰভাৱপূৰ্ণ। **মিলিন্দপঞ্হো** এই সময়ৰ কীৰ্তিস্তম্ভ স্বৰূপ। পঞ্চম স্তৰ খৃষ্টীয় চতুৰ্থ শতিকাৰ শেষভাগৰপৰা দ্বাদশ শতিকালৈকে বিস্তৃত। বিবিধ ভাষ্য, অত্থকথা, ঘটনাৱলীৰ সংকলন, সাৰগ্ৰন্থ আদি এই কালৰ প্ৰধান সাহিত্য। সহজ-সৰল ৰচনাভংগী এই স্তৰৰ পালি সাহিত্যৰ প্ৰথম প্ৰধান বিশেষত্ব। পালি ভাষাত ৰচিত বিবিধ গ্ৰন্থৰাজিৰ অধিকাংশই ভাৰতৰ বাহিৰত, যেনে—তিব্বত, নেপাল, চীন, শ্যাম, ব্ৰহ্মদেশ, সিংহল আদি দেশত সংৰক্ষিতাৱস্থাত আছে। পালি পণ্ডিতসকলৰ মতে পালি সাহিত্যাত

বাস্তৱধৰ্মিতা, চমৎকাৰ শব্দ যোজনা আৰু প্ৰকাশভংগীৰ নিৰলংকাৰ আভিজাত্য— এই তিনিটা মহৎ গুণৰ সমাবেশ ঘটিছে।

প্ৰাচীন জৈন সূত্ৰসমূহৰ ভাষা অৰ্ধমাগধী।[২] শ্বেতাম্বৰী জৈনীসকলৰ পুথিসমূহ নিম্নলিখিত ছভাগত বিভক্ত। (১) দ্বাদশ অংগ— আয়াৰ, সূয়গদ, ঠাণ, সমবায়, বিয়াহপণ্ণত্তি, নায়ধম্মকহাও, উৱাসগদসাও, অনুত্তৰোববাইঅদসাও, পণ্হাবাগৰণাইম্, বিবাগসুয় আৰু দিট্ঠিবায়।

(২) দ্বাদশ উৱঙ্গ— উববাইয়, ৰায়গসেণইজ্জ, জীবাভিগাম, পণ্ণবণা, সূৰপণ্ণত্তি, জম্বুদ্দিবপ্পণ্ণত্তি, চন্দপণ্ণত্তি, নিৰয়াবলিয়াও, কপ্পবচিংসিয়াও পুফিয়াও, পুপ্ফচুলাও আৰু বণ্হিদসাও।

(৩) দসপইণ্ণ— চউসৰণ, ভত্তপৰিন্না, সংথাৰ, আউৰপচ্চকখাণ, মহাপচ্চক্খাণ, চন্দাবিজঝয়, গণিবিজ্জা তংদুলবেয়ালিয়, দেবিন্দত্থায় আৰু বিৰত্থয়।

(৪) ছেঅসুত্ত— আয়াৰদসাও, কপ্প, ববহাৰ, নিসীহ, মহানিসীহ আৰু পঞ্চকপ্প।

(৫) ব্যক্তিগত গ্ৰন্থ— নন্দী আৰু অনুত্তগাদাৰা।

(৬) মূলসুত্ত — উত্তৰজ্ঝায়া বা উত্তৰজ্ঝায়ণ, দসবেয়ালিয়, আৱসৰ্সানিজ্জুত্তি আৰু চনিজ্জুত্তি।

জৈন সাহিত্যিকসকলৰ ভিতৰত মহাবীৰৰ শিষ্য ভদ্ৰবাহু আৰু স্থূলবাহু সৰ্বাগ্ৰণী। ভদ্ৰবাহুৰ পিণ্ডনিজ্জুত্তি আৰু ওঘনিজ্জুত্তি আৰু সেজ্জম্ভৱৰ দসবেয়ালিয় লেখত লবলগীয়া ৰচনা।

জৈন মাহাৰাষ্ট্ৰী আছিল অশাস্ত্ৰীয় ৰচনাৰ প্ৰধান ভাষা। বিমলসূৰিৰ পউমচৰিয়, সঙ্ঘদাসৰ বসুদেৱহিণ্ডী, হৰিভদ্ৰৰ সমৰাইচ্চকহা, ধৰ্মদাসৰ উৱএসমালা, জৈন-মাহাৰাষ্ট্ৰীত প্ৰণীত এই কালৰ উল্লেখযোগ্য পুথি। সমৰাইচ্চকহাৰ গদ্যাংশত শৌৰসেনী প্ৰভাৱ লক্ষ্য কৰিবলগীয়া।

জৈন-শৌৰসেনীত ৰচিত ধৰ্মপুথিৰ ভিতৰত কুন্দকুন্দৰ পৱয়ণসাৰ প্ৰাচীনতম গ্ৰন্থ। বট্টকেৰাচাৰ্যৰ মূলাচাৰ, কাৰ্ত্তিকেয়স্বামিনৰ কত্তিকেয়াণুপেক্খা, কুন্দকুন্দৰ ছপ্পাহুড, সময়সাৰ আৰু পঞ্চত্থিকায় শ্ৰেষ্ঠ গ্ৰন্থ।

অপভ্ৰংশ ভাষাত ধৰ্মপুথি ৰচনা কৰিবলৈ লৈছিল দিগম্বৰী জৈনীসকলে। ভবিসত্তকহা, সনৎকুমাৰচৰিতম্, জোইন্দৰ পৰমপ্পপয়াস, পুষ্পদন্তৰ মহাপুৰাণ, জসহৰচৰিউ, নায়কুমাৰচৰিউ আৰু কনকামৰৰ কৰকণ্ডচৰিউ, অপভ্ৰংশত প্ৰণীত শাস্ত্ৰীয় পুথি। হেমচন্দ্ৰৰ কুমাৰপাল প্ৰতিবোধে সংস্কৃত আৰু অপভ্ৰংশৰ মিশ্ৰৰূপ দাঙি ধৰে।

২ দ্ৰষ্টব্য— পুথি একাদশ অধ্যায়, A.M Ghatage Introduction to Ardhamagadhi

লক্ষ্মণগণীৰ **সুপাহণাচৰিয়ম্**, শ্ৰীচন্দ্ৰৰ **কথাকোশ**, হেমবিজয়ৰ **কথাৰত্নাকৰ** অপভ্ৰংশত ৰচিত উল্লেখযোগ্য পুথি। পূব ভাৰততো অপভ্ৰংশত বৌদ্ধ-সিদ্ধাচাৰ্যসকলে সাহিত্য প্ৰণয়নৰ প্ৰয়াস কৰিছিল; কাণ্হ আৰু সৰহৰ **দোহাকোষ** তাৰেই স্বাক্ষৰ। বিনীতদেৱৰ মতে বৌদ্ধধৰ্মৰ সম্মিতীয় সম্প্ৰদায়ে অপভ্ৰংশ, মহাসাঙ্ঘিক সম্প্ৰদায়ে প্ৰাকৃত আৰু স্থবিৰবাদী সম্প্ৰদায়ে পৈশাচী প্ৰাকৃতকেই পুথি প্ৰণয়নৰ ভাষাৰূপে লৈছিল।

**সাহিত্যিক প্ৰাকৃত :** দণ্ডীয়ে সৰ্বোৎকৃষ্ট প্ৰাকৃতৰূপে মন্তব্য দি যোৱা মহাৰাষ্ট্ৰী প্ৰাকৃতৰ বিষয়ে প্ৰায়বিলাক ব্যাকৰণতে আলোচনা পোৱা যায়। এই ভাষাত ৰচিত হালৰ **সত্তসঈ** আৰু জয়বল্লভৰ **বজ্জালগ্গ** উল্লেখযোগ্য গীতাকাব্য। লোকসাহিত্যৰ পূৰ্ণ প্ৰভাবযুক্ত বিভিন্ন ছয় প্ৰকাৰ পাঠ প্ৰণালীৰ কাৰণে ইয়াক কোষকাব্য (anthology) বুলি কোৱা হয়। প্ৰৱৰসেনৰ **ৰাৱণোৱহো** বা **দহমুহৱহো** বা **সেতুবন্ধ** আৰু ৱপ্পইৰাঅৰ **গউড়ৱহো** আন দুখন মহাকাব্য। দণ্ডীৰ **কাব্যাদৰ্শত** প্ৰৱৰসেনৰ উল্লেখে বাণভট্টই **হৰ্ষচৰিতত** প্ৰৱৰসেনক উচ্চ প্ৰসংশা কৰা কথাৰে স্বীকৃতি দিয়ে। আনন্দৱৰ্ধনৰ **ধ্বন্যালোকত** ৱপ্পৰাইঅ প্ৰণীত **মহুমহবিজ্জ** আন এখন কাব্যৰ উল্লেখ পোৱা যায়। শৌৰসেনী আৰু মাগধীতো কাব্য প্ৰণয়নৰ অনুমান কৰা হয় যদিও নিদৰ্শনৰ অভাৱ। আনহাতে পৈশাচীত প্ৰণীত গুণাঢ্যৰ **বৃহৎকথা** প্ৰসিদ্ধ কাব্য; ক্ষেমেন্দ্ৰৰ **বৃহৎকথামঞ্জৰী**, বুধস্বামীৰ **বৃহৎকথাশ্লোকসংগ্ৰহ** আৰু সোমদেৱৰ **কথাসৰিৎসাগৰ** এই কাব্যৰে তিনিটা সংস্কৃতৰূপ। **জয়কীৰ্তিৰ সীলোৱ-এসমালা আৰু হৰিচন্দ্ৰৰ উপদেশপদ** আন দুখন প্ৰাকৃত শ্লোকৰ পুথি। মুনিচন্দ্ৰ সূৰিৰ **গাথাকোশ** নীতিশ্লোকৰ সংগ্ৰহ। সময়সুন্দৰৰ **গাথাসহস্ৰীৰ** দৰে **ভাৱবৈৰাগ্যশতক** আন এখন নীতিশ্লোকসংগ্ৰহ। অজ্ঞাত লিখকৰ বিখ্যাত পুথি **কালকাচাৰ্যকথানক** গদ্য আৰু পদ্য মিশ্ৰিত পুথি। সোমচন্দ্ৰৰ **কথামহোদধি** প্ৰাকৃত আৰু সংস্কৃতমিশ্ৰ ভাষাত ৰচিত পুথি। হেমচন্দ্ৰ বিজয়ৰ **কথাৰত্নাকৰ** নামৰ আখ্যান প্ৰাকৃত পুথিখনো সংস্কৃত-প্ৰাকৃত মিশ্ৰ ভাষাত ৰচিত। ইয়াৰ গদ্যাংশৰ অধিকাংশৰ ভাষা সংস্কৃত, কিন্তু কাব্যাংশ সংস্কৃত, মহাৰাষ্ট্ৰী প্ৰাকৃত, অপভ্ৰংশ আৰু প্ৰাচীন হিন্দী, প্ৰাচীন গুজৰাটী ভাষাত সম্পূৰ্ণ। হেমচন্দ্ৰ আৰু পৰৱৰ্তী ব্যাকৰণকাৰসকলে উদ্ধৃত কৰা অপভ্ৰংশত ৰচিত গাথাৰ নিচেই তাকৰাংশহে ধৰ্মমূলক। বিখ্যাত দূতকাব্যৰ অনুকৰণত প্ৰণীত জনৈক আব্দুৰ ৰহমানৰ (অপ. অদ্দহমান) নামত **সন্দেশৰাসক** (সংনেহৰাসয়) কাব্যৰ ভাষা অৰ্বাচীন অপভ্ৰংশ। ই এখনি উৎকৃষ্ট প্ৰেমময় দূত-কাব্য। ভাৱ আৰু ভাষাৰ কোমলতা এই কাব্যৰ বিশেষত্ব।

**নাটকীয় প্ৰাকৃত :** নাটকীয় প্ৰাকৃতৰ প্ৰধান ভাষা মহাৰাষ্ট্ৰী, শৌৰসেনী আৰু অৰ্ধমাগধী। সংস্কৃত নাটকত নাৰীৰ গদ্যৰ সংলাপত শৌৰসেনী আৰু গানত মাহাৰাষ্ট্ৰী প্ৰাকৃত ব্যৱহৃত হৈ আহিছে। সংস্কৃত নাটকত মাগধী প্ৰাকৃতৰ ব্যৱহাৰো লোহোৱা নহয়;

কিন্তু তাৰ সংৰক্ষণত প্ৰচুৰ অৱহেলা পৰিলক্ষিত হয়। অশ্বঘোষে সংস্কৃতৰ লগত প্ৰাকৃতৰ ব্যাপক ব্যৱহাৰৰ কথা ঘোষণা কৰি গৈছে। বিভিন্ন প্ৰাকৃতৰ সমাৱেশ কৰা শূদ্ৰকৰ **মৃচ্ছকটিক** সৰ্বোৎকৃষ্ট নাটক। ইয়াত মাগধীৰ অন্তৰ্গত শাকাৰী, চাণ্ডালী আদি উপভাষাৰ প্ৰয়োগ দেখা যায়। মৃচ্ছকটিকত বিদূষকৰ ভাষা প্ৰাচ্যা, বীৰকৰ ভাষা আৱন্তী, চন্দনকৰ ভাষা দাক্ষিণাত্য আৰু মাথুৰৰ ভাষা ঢক্কী। কালিদাসৰ **বিক্ৰমোৰ্বশীৰ** ভালেমান গান অপভ্ৰংশত ৰচিত।

প্ৰাকৃত নাটকৰ সংখ্যা নিচেই কম। ৰাজশেখৰৰ **কৰ্পূৰমঞ্জৰীয়েই** সৰ্বপ্ৰধান। ই দৰাচলতে এখনি সট্টকহে। ইয়াৰ ভাষা সম্বন্ধে মতভেদ আছে : কোনোৰ মতে আৱন্তী, কোনোৰ মতে শৌৰসেনী আৰু কোনোৰ মতে শৌৰসেনী মাহাৰাষ্ট্ৰীৰ মিশ্ৰিত ৰূপ। এই ক্ষেত্ৰত Sten Konow-ৰ মন্তব্য মন কৰিবলগীয়া।* আকবৰৰ শাসন কালত জনৈক অজ্ঞাত জৈন কবি ৰচিত **ৰম্ভাসুন্দৰী** নামৰ এখন সট্টক জাতীয় নাটক পোৱা যায়। নাটকীয় প্ৰাকৃতৰ নিদৰ্শনসমূহ খৃষ্টীয় প্ৰথম শতিকাৰপৰা পঞ্চদশ শতিকাৰ ভিতৰত ৰচিত।

**বৈয়াকৰণিকৰ প্ৰাকৃত :** প্ৰাকৃত ব্যাকৰণকাৰসকলৰ ভিতৰত বৰৰুচিয়েই সৰ্বপ্ৰাচীন; কিন্তু তাৰো আগতে ভৰতৰ **নাট্যশাস্ত্ৰত** প্ৰাকৃত ব্যাকৰণৰ সংক্ষিপ্ত সমাচাৰ পোৱা যায়। পাণিনিৰ নামত পোৱা **প্ৰাকৃতলক্ষণ** বৰৰুচিৰ আগৰ ব্যাকৰণ; পিছে, এই পাণিনি সম্পৰ্কে মতভেদ আছে। বৰৰুচিৰ **প্ৰাকৃতপ্ৰকাশ** সৰ্বপ্ৰাচীন আৰু নিৰ্ভৰযোগ্য প্ৰাকৃত ব্যাকৰণ। প্ৰাকৃত লক্ষণত মাহাৰাষ্ট্ৰী, অৰ্ধমাগধী, জৈনমাহাৰাষ্ট্ৰী আৰু জৈনশৌৰসেনীৰ ব্যাকৰণ ৰীতিৰ বৰ্ণনা আছে। হেমচন্দ্ৰৰ সংস্কৃতত প্ৰণীত **সিদ্ধহেমচন্দ্ৰ শব্দানুশাসনৰ** শেষৰ অধ্যায়টো প্ৰাকৃত ব্যাকৰণ বিষয়ক। প্ৰাকৃত লক্ষণত উল্লেখ কৰা প্ৰাকৃতৰ বাহিৰেও হেমচন্দ্ৰই চুলিকা পৈশাচী, অপভ্ৰংশ আৰু আৰ্য আন তিনি বিধ প্ৰাকৃতৰ বৰ্ণনা দিছে। বসন্তৰাজৰ **প্ৰাকৃত সঞ্জীৱনী**, সদানন্দৰ **প্ৰাকৃত সুবোধিনী**, পুৰুষোত্তমৰ **প্ৰাকৃতানুশাসন** আৰু ৰামশৰ্মন তৰ্কবাগীশৰ **প্ৰাকৃত কল্পতৰু** আন চাৰিখন প্ৰাকৃত ব্যাকৰণ বিষয়ক পুথি। নাৰায়ণ বিদ্যাবিনোদৰ **প্ৰাকৃতপাদ**, ক্ৰমদীশ্বৰৰ **সংক্ষিপ্তসাৰৰ** ভিত্তিত প্ৰণীত প্ৰাকৃত ব্যাকৰণ। এওঁলোকে হেমচন্দ্ৰই বৰ্ণনা কৰা প্ৰাকৃতৰেই ব্যাকৰণ ৰীতি সম্পৰ্কে আলোচনা কৰি গৈছে। মাৰ্কণ্ডেয় কবীন্দ্ৰই **প্ৰাকৃতসৰ্বস্ব** পোন প্ৰথমে ষোল্ল প্ৰকাৰ প্ৰাকৃতৰ উল্লেখ কৰে। তেওঁৰ মতে প্ৰাকৃত মূলতঃ চাৰি প্ৰকাৰ : ভাষা, বিভাষা, অপভ্ৰংশ আৰু পৈশাচ। মাহাৰাষ্ট্ৰী, শৌৰসেনী, প্ৰাচ্যা, আৱন্তী, মাগধী (অৰ্ধমাগধী

---

* দ্ৰষ্টব্য— Sten Konow & C.R. Lanman সম্পাদিত Rajasekhara's *Karpura Manjari*, 1963.

ভিন্ন), দাক্ষিণাত্য, বাহ্লীকী উক্ত ভাষাৰ অন্তৰ্গত; শাকাৰী, চাণ্ডালী, শাবৰী, আভীৰিকী, শাক্কী (হড্ৰী আৰু দ্ৰাবিড়ী ভিন্ন) বিভাষাৰ অন্তৰ্গত। তেওঁৰ মতে অপভ্ৰংশও সাতাইশ প্ৰকাৰ— তাৰ ভিতৰত নাগৰ, ব্ৰাচড় আৰু উপনাগৰ প্ৰধান। কৈকেয়, শৌৰসেন আৰু পাঞ্চাল পৈশাচৰ কথাও তেওঁ উল্লেখ কৰি গৈছে।

হেমচন্দ্ৰৰ অনুকৰণত ত্ৰিবিক্ৰমদেৱে **প্ৰাকৃত ব্যাকৰণ (বৃত্তি)** প্ৰণয়ন কৰে; সেই একে পৰ্যায়ভুক্ত সিংহৰাজৰ **প্ৰাকৃত ৰূপাৱতাৰ** আৰু লক্ষ্মীধৰৰ **ষড়ভাষা চন্দ্ৰিকা** উল্লেখযোগ্য ব্যাকৰণ। অপ্পয়দীক্ষিতৰ **প্ৰাকৃত মণিদীপ** আৰু শুভচন্দ্ৰৰ **শব্দচিন্তামণি** আন দুখন উল্লেখযোগ্য ব্যাকৰণ। জনৈক ৰাৱণ প্ৰণীত **প্ৰাকৃত কামধেনু** বা **প্ৰাকৃতলংকেশ্বৰ** আৰু কৃষ্ণ-পণ্ডিতৰ **প্ৰাকৃত চন্দ্ৰিকাৰ** সন্ধেদ পোৱা গৈছে।

এইবোৰৰ বাহিৰেও আৰু কেবাখনো প্ৰাকৃত ব্যাকৰণ পোৱা যায়। সেইবোৰৰ ভিতৰত সমন্তভদ্ৰৰ **প্ৰাকৃত ব্যাকৰণ**, নৰচন্দ্ৰৰ **প্ৰাকৃত প্ৰবোধ**, বামনাচাৰ্যৰ **প্ৰাকৃত চন্দ্ৰিকা**, ৰঘুনাথ শৰ্মাৰ **প্ৰাকৃতানন্দ**, নৰহিংসৰ **প্ৰাকৃত প্ৰদীপিকা**, ভাম কবিৰ **ষড়্ভাষা চন্দ্ৰিকা**, শ্ৰুতসাগৰৰ **ঔদাৰ্যচিন্তামণি**, ভোজৰ **প্ৰাকৃত ব্যাকৰণ** উল্লেখযোগ্য।

প্ৰাকৃত শব্দসমূহৰ অধ্যয়নৰ কাৰণে হেমচন্দ্ৰৰ **দেশীনামমালা** আৰু ধনপালৰ **পাইয়লচ্ছীনামমালা** উল্লেখযোগ্য গ্ৰন্থ।

**বহিৰ্ভাৰতীয় প্ৰাকৃত :** ফৰাচী পৰিব্ৰাজক M. Dutreuil De Rhine-য়ে ১৮৯২ খৃষ্টাব্দৰ খোটানৰ গোশৃঙ্গ পৰ্বতৰ কোহ্মাৰি গুহাৰ পৰা খৰোষ্ঠী বা **প্ৰাকৃত ধম্মপদ** আবিষ্কাৰ কৰে। এইবোৰ Dutreuil De Rhine Manuscript ৰূপে পেৰিছত সংৰক্ষিত হৈছে। ৰুচ পণ্ডিত ওল্ডেনবুৰ্গে ফৰাচী পণ্ডিত এমিল ছেনাৰ্টৰ দৃষ্টিগোচৰ কৰাত তেওঁ তাৰে এটা সংগ্ৰহ সম্পাদনা কৰি উলিয়ায়। কলিকতা বিশ্ববিদ্যালয়ৰ এছ. মিত্ৰ আৰু বি. এম. বৰুৱাই ইয়াৰ সৰ্বাধুনিক সংস্কৰণ উলিয়ায়। জে. ব্ৰুকে ইয়াৰ ভাষা মূলতে উত্তৰ-পশ্চিমা প্ৰাকৃত বুলি মন্তব্য দিছে। ছাৰ অ'ৰেল ষ্টেইনে চীনা তুৰ্কীস্থানৰপৰা ভালেমান খৰোষ্ঠী প্ৰত্নলেখ আবিষ্কাৰ কৰে। খোটানৰ 'নিয়া' অঞ্চলত পোৱা বাবে এইবোৰৰ ভাষাক **নিয়া প্ৰাকৃত**' বুলি অভিহিত কৰে। পেছোৱাৰ অঞ্চলৰ প্ৰাকৃতৰ লগত নিয়া প্ৰাকৃতৰ সাদৃশ্য মন কৰিবলগীয়া। সম্ভৱতঃ এই খৰোষ্ঠী অনুশাসনসমূহ আৰু ধম্মপদৰ প্ৰাকৃত সংস্কৰণ উত্তৰ-পশ্চিম ভাৰতৰ পৰা খোটানলৈ নিয়া হৈছিল।

**অনুশাসনৰ প্ৰাকৃত :** বিভিন্ন অনুশাসনসমূহ মৌৰ্য অশোকৰ দিনত ৰচিত। মূলমূলকৈ এইবোৰ ছভাগত বিভক্ত : বৃহৎ আৰু ক্ষুদ্ৰ শিলালিপি, বৃহৎ আৰু ক্ষুদ্ৰ প্ৰস্তৰলেখ,

৪ দ্ৰষ্টব্য— S. Sen : *Comparative Grammar of Middle Indo-Aryan* p. 11, 13

স্তম্ভলেখ আৰু গুহাৰ অনুশাসন। অঞ্চলানুসাৰে তথা ভাষাৰ ফালৰপৰা ইইঁতক চাৰি শ্ৰেণীত ভাগ কৰিব পাৰি : উত্তৰ-পশ্চিমা, পূৰ্বী, পশ্চিমা আৰু দক্ষিণা। উত্তৰ-পশ্চিমাসমূহৰ লিপি খৰোষ্ঠী, আনবোৰ লিপি ব্ৰাহ্মী। অশোকৰ এই প্ৰত্নলেখসমূহে ভাৰতীয় গদ্য-সাহিত্যৰ ইতিহাসত কিছু পৰিমাণে আলোকপাত কৰে। ছাহবাজ্‌গড়ী, মানছেহ্ৰা, গিৰ্ণাৰ, কালসী, ধউলী আদিৰ বিভিন্ন প্ৰত্নলেখসমূহ উল্লেখযোগ্য। অশোকৰ পৰৱৰ্তীকালৰ খাৰবেলৰ অনুশাসনসমূহ উল্লেখযোগ্য। উদয়গিৰিৰ হুখতীগুম্ফা শিলালিপিয়ে খাৰবেলৰ ৰাজত্বকালৰ সংক্ষিপ্ত পৰিচয় দিয়ে। ৰামগড়ৰ জোগীমাৰা গুহালেখ আৰু যোধপুৰৰ ঘটয়ালৰ ওচৰত পোৱা প্ৰত্নলেখ মন কৰিবলগীয়া।

এই কালৰ ভাষা-সাহিত্য অধ্যয়নত সমসাময়িক মুদ্ৰাৰ অধ্যয়ন অপৰিহাৰ্য। মুদ্ৰাসমূহ খোদিত আৰু অনাখোদিত দুই শ্ৰেণীত বিভক্ত। মুদ্ৰালেখত প্ৰাকৃত কাহিনী (Legend) ৰো উল্লেখ পোৱা যায়।

**কথ্য-সংস্কৃত :** এইবিধ সংস্কৃত শিষ্টসম্মত সংস্কৃতৰেই প্ৰাকৃত মিশ্ৰিত অশিষ্ট ৰূপ। প্ৰাকৃত উপাদান প্ৰচুৰ কাৰণে ইয়াক Popular Sanskrit Dialects ৰূপে অভিহিত কৰা হয়। ই প্ৰধানকৈ তিনিভাগত বিভক্ত : বৌদ্ধসংস্কৃত, জৈনসংস্কৃত আৰু হিন্দু সংস্কৃত। বৌদ্ধসংস্কৃতত ৰচিত **সদ্ধৰ্ম-পুণ্ডৰীক**, **ললিতবিস্তৰ**, **জাতকমালা** আৰু **অৱদানশতক** উল্লেখযোগ্য অৱদান। এইবোৰৰ ভাষা সংস্কৃত মিশ্ৰ প্ৰাকৃত। মাৰ্কিন পণ্ডিত ফ্ৰেংকলিন এড্‌গাৰটনে এই ভাষাক Buddhistic Hybrid Sanskrit ৰূপে অভিহিত কৰিছে।[৫] জে. নোবেল সম্পাদিত **সুৰ্বণ্ণভাসোত্তমাসূত্ৰত** ইয়াৰ সৰ্বাধুনিক পাঠ সন্নিবিষ্ট হৈছে। Popular Jain Sanskrit সম্পৰ্কে পোন প্ৰথমে আলোচনা কৰে অধ্যাপক এম. ব্লুমফিল্ডে। ড° এ. এন. উপাধ্যে **বৰাঙ্গচৰিতৰ** ভূমিকাত আৰু মুলকৰাজ জৈনে **চিত্ৰসেন পদ্মাৱতী চৰিত্ৰৰ** ভূমিকাত মধ্য ভাৰতীয় আৰ্য ভাষাৰ অন্তৰ্গত এই উপভাষাৰ বিষয়ে আলোচনা কৰে। আনহাতে, হিন্দুৰ মহাকাব্য ৰামায়ণ, পুৰাণ আদিয়েই Popular Sanskrit-অৰ সন্ধান দিয়ে। মহাকাব্যৰ ব্যাকৰণ অধ্যয়ন কৰিলে সংস্কৃত ব্যাকৰণ অসিদ্ধ ভালেমান বৈশিষ্ট্য বা উপাদান পোৱা যায়; এনেকুৱা ধৰণৰ উপাদান বা বিশেষত্বসমূহে সেই Popular Sanskrit-অৰেই সন্ধান দিয়ে।

মধ্য ভাৰতীয় আৰ্য ভাষাসমূহৰ খুলমূল আলোচনাৰ কাৰণে উপৰি উক্ত সাহিত্য তথা অধুনাপ্ৰাপ্ত সাহিত্যিক ৰচনাৰাজিয়েই প্ৰধান অৱলম্বন। এই কালৰ ভালেমান ৰচনা আজিও অনাবিষ্কৃত অৱস্থাত থকাৰ প্ৰমাণ আছে। ❑

---

৫ দ্ৰষ্টব্য— F Edgerton *Buddhistic Hybrid Sanskrit*, S. Sen *History and Pre-History of Sanskrit*, *Comparative Grammar of Middle Indo-Aryan*, P 18-19 . S.M Katre *Prakrit Language and their Contribution to Indian Culture*, p 40

## তৃতীয় অধ্যায়

# প্ৰাকৃত ভাষা

মধ্য ভাৰতীয় আৰ্য ভাষাকে সাধাৰণভাবে প্ৰাকৃত আখ্যা দিয়া হয়; কিন্তু প্ৰাকৃতৰ প্ৰাচীনতা সম্পৰ্কে বিচাৰ কৰিবলৈ হ'লে আমি পশ্চাৎমুখী গতি কৰি বৈদিক যুগলৈ আগুবাই যাবলৈ বাধ্য হওঁ। বৈদিক মন্ত্ৰ আদি ৰচিত হোৱা কালতে এটা লৌকিক ভাষাৰ অস্তিত্ব আছিল আৰু সেই বৈদিক যুগৰ ৰচনাত নানা বস্তুবাচক শব্দাদি বহু উপাদান পোৱা যায়, যিবোৰ ভাষাতাত্ত্বিক বিচাৰত প্ৰাকৃত ৰূপে প্ৰমাণিত। বুদ্ধদেৱে তেওঁৰ ধৰ্মীয় মতবাদ প্ৰচাৰ কৰিছিল সৰ্বসাধাৰণৰ সহজবোধ্য লৌকিক ভাষাত; খৃঃ পূঃ ৫০০-৪০০ অব্দত সংগৃহীত বৌদ্ধ গ্ৰন্থৰ ভাষা মাগধী বুলিও পণ্ডিতসকলে ক'ব খোজে।[১] পতঞ্জলিয়ে অৱশ্যে সংস্কৃতকেই সেই সময়ৰ কথ্য ভাষা বুলি মন্তব্য দি গৈছে; কিন্তু সেই সংস্কৃত আছিল সমাজৰ অভিজাত শ্ৰেণীৰ দৈনন্দিন জীৱনৰ সুৰুচিসম্পন্ন ভাষা। আনহাতে সৰ্বসাধাৰণৰ কথিত ভাষা এই লৌকিক বা কথ্য সংস্কৃততকৈ কিছু সৰল আছিল আৰু তাকেই প্ৰাকৃত বোলা হৈছিল। সংস্কৃত নাটকত সাধাৰণ শ্ৰেণীৰ লোকৰ মুখত এই প্ৰাকৃত আৰু উচ্চ শ্ৰেণীৰ লোকৰ মুখত সংস্কৃত ভাষা প্ৰয়োগ কৰা হৈছিল। ভৰতৰ নাট্যশাস্ত্ৰয়ো সংস্কৃত আৰু প্ৰাকৃতক মূলতে একেটা ভাষাৰে দুটা শাখা ৰূপেহে পৰিচয় দিয়ে। প্ৰাকৃতৰূপে পৰিচিত প্ৰাচীনতম নিদৰ্শনৰ ধ্বনিতত্ত্বাদিৰ যি ৰূপ পোৱা যায় সেইবোৰ সহজে সংস্কৃতলৈ অনুবাদ কৰিব পাৰি; দৰাচলতে সেইবোৰক সংস্কৃতৰেই অনুৰূপ বুলিব পাৰি। ভাৰতীয় বৈয়াকৰণসকলৰ মতে 'প্ৰকৃতি'ৰপৰা প্ৰাকৃতৰ উৎপত্তি, ইয়াৰ অৰ্থ হ'ল 'মূল আকাৰ' অৰ্থাৎ সংস্কৃত।

আন এদল পণ্ডিতে প্ৰাকৃতকে সকলো শ্ৰেণীৰ লোকৰ কথ্য ভাষা বুলি ক'ব খোজে। তেওঁলোকৰ মতে সংস্কৃত কোনোদিনেই কথ্য বা লৌকিক ভাষা নাছিল। কিন্তু সংস্কৃত এটা জীৱন্ত ভাষা; সমাজৰ এক বৃহৎ অংশৰ কথিত ভাষা বা Lingua Franca যে সংস্কৃত আছিল তাৰো প্ৰমাণ আছে।

যাস্ক আৰু পাণিনিয়ে সেই কথ্য সংস্কৃতকে 'ভাষা' ৰূপে[২] অভিহিত কৰাৰ উপৰিও

১ R.G. Bhandarkar : *Wilson Philological Lectures* (Lecture III)

২ নিৰুক্ত, ১, ৪, ৫ ; অষ্টাধ্যায়ী ৩, ৪, ৫।

ভাৰতবৰ্ষৰ উত্তৰাঞ্চল আৰু পূৰ্বাঞ্চলৰ 'ভাষা'ৰ বিশেষত্ব সম্পৰ্কেও আলোচনা কৰি গৈছে। কাত্যায়নে যিদৰে এই ভাষাৰ আঞ্চলিক পাৰ্থক্য বিচাৰ কৰি গৈছে, পতঞ্জলিয়ে সেইদৰে বিভিন্ন প্ৰদেশত প্ৰচলিত ভাষাৰ শব্দৰাজি সংগ্ৰহ কৰি গৈছে আৰু সেইবাবেই তেওঁ দ্বিধাহীনভাৱে মন্তব্য দিব পাৰিছে যে সংস্কৃত ভাষাৰ শব্দসমূহ সৰ্বসাধাৰণৰ জীৱনৰ লগত সম্পৃক্ত। এইদৰে সংস্কৃত যে এটা জীৱন্ত ভাষা আছিল তাৰ বহু প্ৰমাণ পোৱা যায়। পিছে, এই সংস্কৃত সমাজৰ সকলো শ্ৰেণীৰ লোকৰে মাতৃভাষা আছিল নে? পতঞ্জলিয়ে সংস্কৃতক শিষ্ট ব্ৰাহ্মণৰ পৰা শুনি শুনি আয়ত্ত কৰা ভাষা বুলিছে কৈছে। সেইসকল ব্ৰাহ্মণে জানো কোনো শিক্ষা নোলোৱাকৈয়ে এই ভাষাত ব্যুৎপত্তি লাভ কৰিব পাৰিছিল? দ্বিজ বৰ্ণৰ লোকৰ কথ্য ভাষা আছিল সংস্কৃত। আকৌ কেচিবান লোকৰ প্ৰদেশ বা অঞ্চলৰ বিশেষৰ ভাষা আৰু সংস্কৃত দুয়োটা ভাষাতে সমান দখল থকা কথাৰো প্ৰমাণ আছে। চীনা পৰিব্ৰাজক হিউৱেন চাঙেও 'চৰকাৰী ভাষা সংস্কৃত আন কোনো প্ৰাদেশিক উপভাষা নহয়' বোলা কথাবাৰো এই প্ৰসংগত উল্লেখযোগ্য। অৱশ্যে এওঁৰ কাল খৃঃ ৭ম শতিকা। এইবোৰৰ পৰা সহজে অনুমান কৰিব পাৰি যে মূলতে সৰ্বসাধাৰণৰ কথ্য-সংস্কৃতে 'ভাষা' ৰূপে যি পৰিচয় দিছিল পৰৱৰ্তী কালত সেই পৰিচয় লোপ পালে আৰু সংস্কৃত সমাজৰ এটা বিশেষ শ্ৰেণীৰ ভাষা ৰূপে ঠন ধৰি উঠিল। এইদৰে কথ্য-সংস্কৃত আৰু লিখিত বা শিষ্ট সম্মত সংস্কৃত দুটা ভাগৰ সৃষ্টি হ'ল; এই কথ্য-সংস্কৃতেই বিভিন্ন প্ৰদেশত নানা আঞ্চলিক ৰূপ পৰিগ্ৰহ কৰি প্ৰাকৃত নাম লৈ মূৰ তুলি উঠিল।

শিক্ষিত শ্ৰেণীৰ কথ্য ভাষা সংস্কৃত সমাজৰ বৃহত্তৰ শ্ৰেণীৰ বোধগম্য আছিল। সংস্কৃত নাটকত প্ৰয়োগ কৰা সংস্কৃত আৰু প্ৰাকৃত ভাষাত বাক্যালাপ কৰি কোনো নায়ক-নায়িকা আজকালত পৰা নাই। সাধাৰণ শ্ৰেণীৰ লোক হৈয়ো সন্ন্যাসী আৰু গণিকাসকলে ঠাই বিশেষে সংস্কৃতত কথা কৈছে; আনহাতে ব্ৰাহ্মণ পুত্ৰ হৈয়ো অশিক্ষিত হোৱা বাবে প্ৰাদেশিক উপভাষা অৰ্থাৎ প্ৰাকৃতত্তহে কথা কৈছে। সংস্কৃতভাষী আৰু প্ৰাকৃতভাষী কোনোজনৰ পৰস্পৰৰ ভাষাৰ তাৎপৰ্যোপলব্ধিত আহুকালৰ সৃষ্টি হোৱা নাছিল। ইয়াৰ পৰা এইটো কথা স্পষ্টৰূপে ওলাই পৰে যে বৈদিক যুগৰ ভাষা সংস্কৃত; সেই সংস্কৃতৰে দুটা ভাগ— বৈদিক আৰু লৌকিক সংস্কৃত। এই লৌকিক সংস্কৃতৰ ভেটি সেই সময়ৰ সমাজৰ সৰ্বসাধাৰণৰ দৈনন্দিন জীৱনৰ 'ভাষা', আৰু সি যেতিয়া শিক্ষিত বা সংস্কৃতিবানসকলৰ মাজত পাণিনি আদিৰ অহোপুৰুষাৰ্থৰ ফলত এটি বিশিষ্ট ৰূপত ধৰণীৰা পাৰি বহিল তেতিয়াও কিন্তু জনসাধাৰণৰ মুখত লৌকিক বা কথ্য-সংস্কৃতে প্ৰকাশভংগীৰ এটা পোনপটীয়া সৰল বাটকে বিচাৰি আছিল। পৰৱৰ্তী কালত সেই সংস্কৃতেই নানা অঞ্চলত ভিন ভিন আঞ্চলিক বৈশিষ্ট্য লৈ মূৰ তুলি উঠিল।

গতিকে সংস্কৃতে এহাতে যিদৰে বৈদিক (Vedic) আৰু শিষ্ট সম্মত মাৰ্জিত ধ্ৰুপদী-সংস্কৃতৰ (Classical Sanskrit) জন্ম দিলে, আনহাতে সেই কথ্য-সংস্কৃত (Spoken Sanskrit) আৰু প্ৰাদেশিক আঞ্চলিক ভাষা অৰ্থাৎ প্ৰাকৃতবো (Prakrit) জন্ম দিলে। এই প্ৰাকৃতেও পৰৱৰ্তী কালত সুৰুচিসম্পন্ন লোকৰ সমাদৰ লাভ কৰিবলৈ সক্ষম হ'ল, আৰু অচিৰে সাহিত্যৰ বাহন হৈ পৰিল। খৃঃ পূঃ ৬ষ্ঠ শতিকাৰ পৰা খৃঃ ১২শ শতিকালৈকে প্ৰাকৃতে নানা স্তৰৰ মাজেদি বিভিন্ন ৰূপ পৰিগ্ৰহ কৰি জীয়াই থাকিল। এই প্ৰাকৃতৰ কালছোৱাক মধ্যভাৰতীয় আৰ্য ভাষা আখ্যা দি ভাষাগত ভিত্তিত ইয়াৰ ক্ৰমবিকাশৰ ধাৰাত তিনিটা প্ৰধান উপস্তৰ নিৰ্দেশ কৰা হৈছে। সিয়েই হ'ল—

প্ৰথম বা আদি প্ৰাকৃত : খ্ৰীঃ পূঃ ৬ষ্ঠ শতিকাৰ পৰা খ্ৰীঃ ১ম শতিকালৈকে।

দ্বিতীয় বা মধ্য প্ৰাকৃত : খ্ৰীঃ ১ম শতিকাৰ পৰা খ্ৰীঃ ৬ষ্ঠ শতিকালৈকে।

তৃতীয় বা অন্ত্য প্ৰাকৃত : খ্ৰীঃ ৬ষ্ঠ শতিকাৰ পৰা খ্ৰীঃ ১০ম শতিকালৈকে।

এই তিনিওটা স্তৰৰ প্ৰাকৃত ভাষাৰ ভাষাতাত্ত্বিক আলোচনাৰ এটা সাধাৰণ ছবি তলত দিয়া হয়।

**আদি প্ৰাকৃত :** প্ৰথম উপস্তৰৰ অন্তৰ্ভুক্ত প্ৰাকৃতৰ নিদৰ্শন হ'ল অশোকৰ অনুশাসনবাজি, হীনযানী বৌদ্ধৰ পালি ভাষাত ৰচিত সাহিত্যৰ প্ৰাচীন অংশ, পালি মিশ্ৰিত বৌদ্ধ সংস্কৃতত ৰচিত সাহিত্যবাজি, প্ৰাচীন সংস্কৃত নাটকৰ অন্তৰ্গত মধ্য এছিয়াত আৱিষ্কাৰ হোৱা নাটকৰ প্ৰাকৃত আৰু ভাসৰচিত নাটকৰ প্ৰাকৃত।

অশোকৰ অনুশাসনবাজি লিখা হৈছিল স্থানীয় লোকৰ সহজবোধ্য আঞ্চলিক ভাষাত। সেইবাবেই এই প্ৰত্নলেখসমূহৰ ভাষাৰ ৰূপ একে নহয়। ভাষাতাত্ত্বিক দৃষ্টিভংগীত অশোকৰ এই শিলালিপিসমূহত চাৰি প্ৰকাৰ উপভাষাৰ (Dialect) পৰিচয় পোৱা যায়। সিয়েই হ'ল— **উত্তৰ-পশ্চিমা, দক্ষিণ-পশ্চিমা, প্ৰাচ্য-মধ্যা আৰু প্ৰাচ্য বা পূৰ্বী।**[২]

**উত্তৰ-পশ্চিমাৰ** নিদৰ্শন হ'ল শাহ্‌বাজ্‌গঢ়ী আৰু মানসেহ্‌ৰা অনুশাসন। এইবোৰ লিখা হৈছিল খৰোষ্ঠী লিপিত, উৰ্দুৰ দৰে সোঁফালৰ পৰা বাওঁ ফাললৈ লিখা হৈছিল। সেইবাবেই বোধহয় দীৰ্ঘস্বৰৰ চিনবোৰ হ্ৰস্বৰূপে দেখুওৱা হৈছিল আৰু ব্যঞ্জনবোৰো একক ৰূপে দেখুওৱা হৈছিল।

**এই উপভাষাৰ বিশেষত্ব হ'ল—**

১। ৰ-কাৰ যুক্ত আৰু স-কাৰ যুক্ত ব্যঞ্জনৰ প্ৰচলন। যেনে— অস্তি, কিট্ৰি, ধ্ৰম, প্ৰাণ, সহস্ৰ, স্ত্ৰিয়কেন, হস্তি।

২। য-ফলা যুক্ত ব্যঞ্জনৰ সমীভৱন। যেনে— কৰ্তব্যঃ>কটবো=কট্টব্বো,

---

২ দ্ৰষ্টব্য— Dr. Sen ৰ *Comparative Grammar pp. 7-12*

কল্যাণম্>কলণং=কল্লাণং।

৩। ঋ>অ, ই, উ আৰু কেতিয়াবা ৰি, ৰু। যেনে— মৃগঃ>মগো, মিগো, মুগো, ম্রিগো, ম্রুগো; কৃত>কট, কিট ; ভাতৃ>ভ্রু।

৪। পদান্তস্থিত আৰু পদমধ্যস্থিত হ-ধ্বনিৰ লোপ। যেনে— ইহ্>ইঅ, ব্ৰাহ্মণ>ব্ৰমণ, অহং>অঅং, গৰ্হনা>গৰণ।

৫। শ-কাৰ আৰু কেতিয়াবা ষ-কাৰৰ প্ৰচলন। যেনে— শ্ৰুণ, কটব্যো।

৬। স্ম, স্ব-ৰ ঠাইত স্প। যেনে— স্বামিক>স্পমিক, স্বৰ্গ>স্পগ্ৰ, - স্মিন>স্পিন, বিনীতস্মিন<বিনিতস্পিন।

৭। -ত্বা প্ৰত্যয়ৰ ঠাইত-ত্বী প্ৰত্যয়ৰ প্ৰয়োগ। যেনে— তিঠিতি, তিস্তিতি, দ্ৰশেতি।

৮। শ, ষ, স এই তিনিওটা ধ্বনিৰ পৃথক পৃথক প্ৰয়োগ। যেনে— দশ, মনুশ, সুশ্ৰুষ।

শাহ্বাজগঢ়ী প্ৰত্নলেখ শ্ৰেষ্ঠ নিদৰ্শন। এই বিষয়ক আলোচনাৰ শেষত ইয়াৰ নিদৰ্শন হিচাপে প্ৰত্নলেখৰপৰা এটা অংশ উদ্ধৃত কৰা হৈছে।

দক্ষিণ-পশ্চিমাৰ নিৰ্দশন হ'ল গিৰ্ণাৰ আৰু সোপ্ৰা অনুশাসনসমূহ। ইয়াৰো লিখন ব্যৱস্থা পূৰ্বোল্লিখিত প্ৰত্নলেখৰ অনুৰূপ। ভাষাগত দৃষ্টিকোণৰ পৰা এইবিধ প্ৰত্নলেখৰ ভাষা বৈদিক সংস্কৃতৰ অতি নিকটবৰ্তী। এই উপভাষাৰ বিশেষত্বসমূহ হ'ল—

১। ৰ-কাৰ আৰু স-কাৰ যুক্ত ব্যঞ্জনৰ প্ৰচলন। যেনে— অস্তি, ঘৰস্তু, ক্ৰম, পুত্ৰ, ভ্ৰাত্ৰ, সৰ্বত্ৰ, হস্তি।

২। শ, ষ>স। যেনে— অনুসস্তি, দস, দসন, দৰ্সন, মনুস।

৩। ঋ>অ। যেনে— কৃত>কত, মৃগঃ>মগো।

৪। ক্ষ>ছ। যেনে— ক্ষণ>ছণ, ক্ষান্তি>ছান্তি, ক্ষুদ্ৰ>ছুদ।

৫। য-ফলা যুক্ত ব্যঞ্জনৰ সমীভৱন। যেনে— অদ্য>অজ্জ (=অজ্জ), অন্য>অঞ (=অঞঞ), কল্যাণ>কলাণ (=কল্লাণ), মধ্যম>মঝম (=মজ্ঝম), মনুষ্য>মনুস (= মনুস্‌স)।

৬। দৃ>ৰি। যেনে— যাদৃশ>যাৰিস, তাদৃশ<তাৰিস।

৭। ত্ম আৰু ত্ব-ৰ ঠাইত -ত্প হয়। যেনে— আত্মা>আৎপ, চত্বাৰঃ>চৎপাৰো।

৮। 'অয়' আৰু 'অৱ' সাধাৰণতে 'এ' আৰু 'ও' লৈ যথাক্ৰমে সলনি হৈছে, কেতিয়াবাহে ৰক্ষিত হৈছে। যেনে— পূজয়তি>পূজেমি, ভৱতি>হোতি, আজ্ঞাপয়>আঞপয়, ভৱতি>ভৱতি।

৯। 'অস্' ধাতুৰ অ ধ্বনিৰ অলোপ। যেনে— সং স্যাত্>*অস্যাত্>অস্সা=অস, *অস্যুঃ>অস্সু=অসু।

১০। পদান্ত -অঃ>ও। যেনে— জনঃ>জনো, প্ৰিয়ঃ>প্ৰিয়ো, পিয়ো।

১১। সপ্তমী বিভক্তি - স্মিন্>-ম্হি। যেন— তস্মিন>তম্হি, *অৰ্থস্মিন্>অথম্হি, * সীলস্মিন্>সীলম্হি।

নিদৰ্শন স্বৰূপে গিৰ্ণাৰ প্ৰত্নলেখৰপৰা এই বিষয়ৰ আলোচনাৰ শেষৰ পিনে অলপমান উদ্ধৃত কৰা হৈছে।

প্ৰাচ্যা-মধ্যাৰ নিদৰ্শন হ'ল কাল্সী অনুশাসন আৰু দিল্লীৰ তোপ্ৰাৰ স্তম্ভলেখসমূহ। এইবোৰ ব্ৰাহ্মীলিপিত লিখিত হৈছিল। ইয়াৰ কেতবোৰ বিশেষত্ব তলত দিয়া হ'ল—

১। ৰ>ল। যেনে— ৰাজা>লাজা, প্ৰকৰণ>পকলন, হিৰণ্য>হিলংন, কৰোতি>কলেতি।

২। শ আৰু ষ কেতিয়াবাহে পোৱা যায়। যেনে— য়শঃ>য়যো, য়শো, মনুষ্য>মনুষ, মনুস; দ্বাদশ>দুৱাডশ।

৩। পদান্তস্থিত বিসৰ্গযুক্ত অ-কাৰৰ ঠাইত এ-কাৰ হয়। যেনে— প্ৰিয়ঃ>পিয়ে, কৰ্ত্তব্যঃ>কটৱিয়ে, মৃগঃ>মিগে, সঃ>সে, মুখতঃ>মুখতে।

৪। পদমধ্যস্থিত -ও->-এ-। যেনে— কৰোতি>কলেতি।

৫। 'ৰ' আৰু 'স' যুক্ত ব্যঞ্জনৰ সমীভৱন। যেনে— অস্তি>অথি, হস্তিন্>হথি, স্থিতিক>ঠিতিক, স্থৱিৰ>থইৰ, ধৰ্মলিপিঃ>ধংমলিপি, কৰ্ম>কংমে, পৌত্ৰ>পোত, সৰ্বত্ৰ>সৱত্ত।

৬। য-কাৰ যুক্ত ত, ব, দ, ধ, ল যথাক্ৰমে তিয়, বিয়, দিয়, ধিয় আৰু য্য হয়। যেনে— অপত্য>অপতিয়, কৰ্ত্তব্য>কটবিয়, উদ্যান>উজ্জান, কল্যাণ>কয্যান, অধ্যক্ষ>অধিয়স, ব্যঞ্জন>বিয়ংজন।

৭। -ত্ব- ভিন্ন ব-ফলাৰ সম্প্ৰসাৰণ। যেনে— দ্বাদশ>দুৱাদশ, স্বঃ স্বঃ>সুৱে সুৱে, কিন্তু চত্বাৰি>চতালি=চত্তালি।

৮। ক্ষ>ক্খ, ভূ>হু, ত্য>চ্চ, স্ম>প্ফ। যেনে— মোক্ষ>মোখ>মোক্খ, কক্ষ>কক্খ, ভূতপূৰ্বম্>হুতপুলুৱে, ভৱতি (<ভূ)>হোতি, সত্য>সচ্চ, তস্মাৎ>তপ্ফা, যুস্মে=*তুস্মে>তুপ্ফে।

৯। স্বৰ-মধ্যস্থিত ক-ৰ ঘোষীভৱন। যেনে— লোকং>লোগং।

১০। -ক- আৰু -গ-ৰ তালব্যীভূত ৰূপৰ প্ৰচলন। যেনে— কলিঙ্গ>কলিগ্য, স্থিতিক>ঠিতিক্য, জ্ঞাতিক>নাতিক্য।

১১। -জ্ঞ- সমীভূত -ঞ- (-ঞ্ঞ)ৰ ঠাইত -ন- হয়। যেনে— জ্ঞাতি>নাতি, আজ্ঞাপয়>অনপয়।

১২। আত্মনেপদ শানচ্ প্ৰত্যয়ৰ ব্যৱহাৰ পোৱা যায়। নিদৰ্শন স্বৰূপে দিল্লী তোপ্ৰা

অনুশাসনৰপৰা ইয়াতে কিছু অংশ উদ্ধৃত কৰা হৈছে।

প্ৰাচ্যাৰ নিদৰ্শন হ'ল ধৌলী আৰু জৌগড় প্ৰত্নলেখসমূহ। এইবোৰ লিখা হৈছিল ব্ৰাহ্মী লিপিত। ব্ৰাহ্মীত বাওঁপিনৰপৰা সোঁপিনলৈ লিখা নিয়ম। এই ভাষাৰ বিশেষত্বসমূহ প্ৰাচ্যা-মধ্যাৰ লগত বহু পৰিমাণে মিলে। তলত কেতবোৰ বিশেষত্বৰ কথা উল্লেখ কৰা হ'ল—

১। পদান্তস্থিত অ-কাৰ যুক্ত বিসৰ্গৰ ঠাইত এ-কাৰ হয়। যেনে— একং মৃগাঃ>একে মিগে, সঃ>সে, প্ৰিয়ঃ>পিয়ে, কৰ্তব্যঃ>কটবিয়ে।

২। ৰ>ল আৰু শ/ষ>স। যেনে— ৰাজা>লাজা, পূৰ্বম>পুলুবম্, দোষং>দোসং, প্ৰিয়দৰ্শিনা>পিয়দসিনা, শত (সহস্ৰ)>সত (সহস্স), শুশ্ৰূষা>সুসুসা, মনুষ্য>মনুস।

৩। উত্তম পুৰুষৰ সৰ্বনামত কৰ্তৃকাৰকৰ একবচন 'হকং' হয়।

৪। ই/উ-কাৰ যুক্ত চ্চ-ত্ত-ৰ ঠাইত -চ- হয়। যেনে— তিষ্ঠ>চিঠ, তু>চু।

৫। ৰ-কাৰ যুক্ত ব্যঞ্জনৰ সমীভৱন প্ৰৱণতা। যেনে— প্ৰিয়ঃ>পিয়ে, শুশ্ৰূষা>সুসুসা, অগ্ৰ>অগ, পুত>পুত্ৰ, প্ৰজা>পজা, ভ্ৰাতৃ>ভাত।

৬। দন্ত্য বৰ্ণৰ প্ৰয়োগ প্ৰৱণতা। যেনে— শত>সত, শুশ্ৰূষা>সুসুসা, পৰিষৎ>পলিসা, কল্যাণ>কয়ান, প্ৰাণ>পান, প্ৰকৰণ>পকলন, ব্ৰাহ্মণ>বাভন, মনুষ্য>মনুস, কণ>খন, হিৰণ্য>হিলনে।

এই প্ৰাচ্যাৰ শ্ৰেষ্ঠতম নিদৰ্শন হ'ল জৌগড় আৰু ধৌলী প্ৰত্নলেখৰাজি। নামমাত্ৰ নিদৰ্শন তলত দিয়া হৈছে।

ওপৰত উল্লেখ কৰা চাৰিবিধ উপভাষাত লিখা অশোকৰ অনুশাসনসমূহৰ ভিতৰত প্ৰথম অৰ্থাৎ উত্তৰ-পশ্চিমাৰ বাহিৰে আন আটাইবোৰ ভাষাৰ অনুশাসনবোৰ দেশীয় লিপিত লিখা। নিদৰ্শন হিচাপে সেই প্ৰতিবিধ প্ৰত্নলেখৰপৰা অলপ অলপ তলত উল্লেখ কৰা হ'ল।

সিবিলাকৰ লগে লগে অসমীয়া ভাঙনিও দাঙি ধৰা হৈছে। এই ভাঙনি যথাসম্ভৱ আক্ষৰিক।

**উত্তৰ-পশ্চিমাৰ নিদৰ্শন ঃ** শাহ্‌বাজগঢ়ী প্ৰত্নলেখৰপৰা উদ্ধৃত।

'দেৱনং প্ৰিয়ো প্ৰিয়দৰ্শি ৰয় এৱং অহতি জনো উচবুচং মংগলং কৰোতি অবধে অৱহে বিৱহে পজুপদনে প্ৰৱসে। এতয়ে অঞয়ে চ এদিশিয়ে জনো বহু মংগলং কৰোতি। অত্ৰ তু স্ত্ৰিয়ক বহু চ বহুবিধং চ পুতিকং চ নিৰঠিয়ং চ মংগলং কৰোতি। সে কটৱো চ ৱ খো মংগল। অপফলং তু খো এতং। ইমং তু খো মহফল য়ো ধ্ৰমমং গলং।' (৯ম প্ৰত্নলেখ)

অৰ্থাৎ "দেৱতাসকলৰ প্ৰিয় প্ৰিয়দৰ্শী ৰজাই এইবুলি কৈছে,— মানুহে সৰু-ডাঙৰ বহু মঙ্গল-অনুষ্ঠান কৰে— আপদ-বিপদত, পুত্ৰৰ বিবাহত, কন্যাৰ বিবাহত, সন্তান লাভত আৰু প্ৰবাস যাত্ৰাত। এইবিলাক আৰু এনেকুৱা আন কোনো কাৰণতো মানুহে ভালেমান মঙ্গল-অনুষ্ঠান পাতে। এইদৰে তিৰোতাসকলে ভালেমান সৰু আৰু ডাঙৰ বহুবিধ নিৰৰ্থক মংগল-অনুষ্ঠান পাতে। গতিকে মংগল অনুষ্ঠান পতাটো কৰ্তব্যই। পিছে, এইবোৰ মংগল অনুষ্ঠান কম ফলদায়ক, ধৰ্মমংগল-অনুষ্ঠানহে আচলতে বহু ফলদায়ক মংগল-অনুষ্ঠান।"

**দক্ষিণ-পশ্চিমাৰ নিদৰ্শন ঃ** গিৰ্ণাৰ প্ৰত্নলেখৰপৰা উদ্ধৃত—

'সৰ্বত্ৰ দেবানাংপ্ৰিয়স প্ৰিয়দসিনো ৰাএো দ্বে চিকীছা কতা, মনুস-চিকীছা চ, পসু-চিকীছা চ। ওসুঢানি চ য়ানি মনুসোপগাণি চ পসোপগাণি চ য়ত য়ত নাস্তি সৰ্বত্ৰা হাৰাপিতানি চ ৰোপপিতানি চ। মুলানি চ ফলানি চ য়ত য়ত নাস্তি, হাৰাপিতানি চ ৰোপপিতানি চ। পংথেসু কূপা চ খানাপিতা, ব্ৰছা চ ৰোপাপিতা, পৰিভোগায় পসুমনুসানাং।' (২য় প্ৰত্নলেখ)

অৰ্থাৎ "দেশৰ সকলো ঠাইতে দেৱতাসকলৰ প্ৰিয় প্ৰিয়দৰ্শী ৰজাৰদ্বাৰা দুই প্ৰকাৰ চিকিৎসাৰ ব্যৱস্থা হৈছে, মানুহৰ চিকিৎসা আৰু পশুৰ চিকিৎসা। মানুহৰ উপযোগী আৰু পশুৰ উপযোগী যিবোৰ ঔষধি য'ত য'ত নাই সেই ঠাইত সেই সকলোবোৰ আহৰণ কৰা আৰু ৰোপণ কৰা হৈছে। সেইদৰে য'ত মূলসমূহ আৰু ফলসমূহ নাই তাত সেই সকলোবোৰ আহৰণ কৰা আৰু ৰোপণ কৰা হৈছে। তদুপৰি পশু আৰু মানুহৰ ব্যৱহাৰৰ বাবে ৰাজপথত কুঁৱা খন্দা হৈছে আৰু বৃক্ষও ৰোপণ কৰা হৈছে।"

**প্ৰাচ্য-মধ্যাৰ নিদৰ্শন ঃ** দিল্লী-তোপ্ৰা প্ৰত্নলেখৰপৰা উদ্ধৃত—

'দেবানংপিয়ে পিয়দসি লাজ হেৱং অহাঃ সে ইমানি জাতানি অৱধিয়ানি কটানি, সৱে চতুপদে য়ে পটিভোগং নো এতি, ন চ খাদিয়তী। এলকা চা সূকলী গভিনী ৱা পায়মীনা ৱা অৱধিয়, পোতকে পি চ কানি আসংমাসিকে। ৱধি কুকুটে নো কটৱিয়ে। তুসে সজীৱেনো ঝাপতৱিয়ে। দাৱে অনঠায়ে ৱা বিহিসায়ে ৱা নো ঝাপেতৱিয়ে। জীৱন জীৱে নো পুসিতৱিয়ে।' (৫ম প্ৰত্নলেখ)

অৰ্থাৎ "দেৱতাসকলৰ প্ৰিয় প্ৰিয়দৰ্শী ৰজাই এইবুলি কৈছে— মোৰ দ্বাৰা এই প্ৰাণীসমূহ অৱধ্য কৰা হ'ল— সকলোবিলাক চতুষ্পদ জীৱ, যিবোৰ কোনো কামত নাহে নাইবা খোৱাও নহয়। যিবোৰ মাইকী ছাগলী, মাইকী ভেঁড়া বা মাইকী গাহৰিয়ে গাভিনী নাইবা পোৱালিক গাখীৰ খুৱাই আছে সেইবোৰ অৱধ্য, আৰু যিবোৰৰ পোৱালিৰ ছয় মাহো হোৱা নাই সিইতো অৱধ্য। মতা কুকুৰা খাসী কৰিব নোৱাৰিব। কোনো

প্ৰাণীকে (= কীট-পতঙ্গ) পুৰিব নোৱাৰিব। প্ৰাণীৰদ্বাৰা কোনো প্ৰাণীকে পোষণ কৰিব নোৱাৰিব।"

প্ৰাচ্যাৰ নিদৰ্শন : জৌগড় প্ৰস্তৰলেখৰপৰা উদ্ধৃত—

'সবমুনিসা সে পজা। অথ পজায়ে ইছামি হকং কিংতি মে সৱেন হিতসুখেন যুজেয়ু তি হিদলোগিক-পাললোকিকেণ হেৱংমেৱ মে ইছ সবমুনিসেসু।' (অতিৰিক্ত ২য় প্ৰস্তৰলেখ)

অৰ্থাৎ "সকলো মানুহ মোৰ সন্তান। যিদৰে (নিজৰ) সন্তানৰ বিষয়ে কামনা কৰোঁ সিহঁতে যেন ইহলৌকিক আৰু পাৰলৌকিক সকলো প্ৰকাৰ হিতসুখ লাভ কৰে, সেইদৰে সকলোবিলাক মানুহৰ বিষয়েও মই (তাকেই) কামনা কৰোঁ।"

পালি : সাধাৰণভাৱে দক্ষিণ-পশ্চিমা আৰু প্ৰাচ্য-মধ্যাৰ মিশ্ৰণত সম্ভৱতঃ উজ্জয়িনী অঞ্চলত পালি ভাষাৰ উদ্ভৱ হৈছিল বুলি কোৱা হয়। পালি হ'ল আচলতে ধৰ্ম-সাহিত্যৰ ভাষা। ইয়াৰ ব্যুৎপত্তিগত অৰ্থ হ'ল 'শাস্ত্ৰপংক্তি, পবিত্ৰ শাস্ত্ৰ, মূল শাস্ত্ৰ'। পালি কথাষাৰে বৌদ্ধশাস্ত্ৰ ত্ৰিপিটকক বুজায়। পালি কথাষাৰৰ মূল হ'ল[৪] সং পৰিভাষা = পাৰিভাষা = পালিভাষা = পালি। এই সম্পৰ্কে কেইবাটাও মত আছে। ড° সুনীতিকুমাৰ চট্টোপাধ্যায়ৰ মতে পালি হ'ল শৌৰসেনী প্ৰাকৃতৰে প্ৰাচীনতম ৰূপ। Geiger-এ বুদ্ধদেৱৰ নিজৰ ভাষা মাগধীকে পালি ভাষাৰ মূল বুলিব খোজে যদিও মাগধী-কেন্দ্ৰিক কোনো এটা জনপ্ৰিয় উপভাষাৰ ভিত্তিত পালিৰ জন্ম বুলিছে কৈছে।[৫] এই বিষয়ে বহল ব্যাখ্যা নকৰি মাত্ৰ ইয়াকে ক'ব পাৰি যে বৌদ্ধ বিহাৰসমূহত ধৰ্ম প্ৰচাৰ আৰু ধৰ্ম আলোচনাৰ বাবে নানা ঠাইৰ বহু ভাষা-ভাষী শ্ৰমণ আৰু ভিক্ষুসকলৰ মাজত নানা ঠাইৰ কথিত ভাষাৰ সংমিশ্ৰণত নতুন এটা সানমিহলি ৰূপ লোৱা ভাষাটোৱেই পালি। মগধ সাম্ৰাজ্যৰ অন্তৰ্গত উত্তৰ ভাৰতৰ এক বিশাল ভূখণ্ডৰ জনসমাজত দৈনন্দিন জীৱনত প্ৰচলিত Lingua Franca টোৱেই পালিৰ মূল ভেটি বুলি নকৈ নোৱাৰি। পালি ভাষাৰ সাহিত্য সম্পৰ্কে পূৰ্বৰ অধ্যায়ত উনুকিয়াই অহা হৈছে। পালি ভাষাৰ সাধাৰণ বিশেষত্বসমূহ[৬] তলত দিয়া দৰে দেখুৱাব পাৰি—

১। পালিত (ব্যঞ্জন আৰু স্বৰ বৰ্ণক সামৰি) ৪১ টা বৰ্ণৰ ৩৩ টা ব্যঞ্জন আৰু ৮ টা স্বৰবৰ্ণ।

৪ দ্ৰষ্টব্য— Dr. S. Sen-ৰ *'Three Lectures on MIA'* in the journal of Oriental Institute of Baroda, Vol. XI, Pt. 3, pp-208.

৫ দ্ৰষ্টব্য— Geiger-ৰ *Pali Literature and Language*, pp. 4-5

৬ দ্ৰষ্টব্য— দশম অধ্যায়, Geiger-ৰ পূৰ্বোক্ত গ্ৰন্থ আৰু Dr. Sen-ৰ *Comparative Grammar*, পৃঃ ১৯-২০.

২। শ স ষ মাত্ৰ 'স' ৰূপেহে আছে। যেনে— শিশু>সুসু, শ্ৰমণ>সমণো, দ্বেষ>দোস, ভীষ্ম>ভেস্স।

৩। ঋ>অ, ই, এ, উ, ৰু, ৰি। যেনে— হৃদয়>হদয়, ঘৃতং>ঘতং, মৃগ>মিগ, তৃণ>তিণ, বৃষভ>উসভ, ঋজুঃ>উজু, গৃহ>গেহ, মৃদু>মুদু ঋদ্ধিঃ>ৰিদ্ধি, বৃক্ষ>ৰুক্‌খ।

৪। ঐ>ই, ঈ, এ; আৰু ঔ>উ (ঊ), ও। যেনে— তৈল>তেল্ল, ঐশ্বৰ্য্য>ইস্সৰিয়, গ্ৰৈবেয়ং>গীবেয়ং, যৌৱন>যোব্বণ, মৌক্তিকম্>মুত্তিকং, মৌন>মোন।

৫। যুক্ত ব্যঞ্জনৰ পূৰ্বস্থিত দীৰ্ঘস্বৰৰ হ্ৰস্বতাপ্ৰাপ্তি। যেনে— কাৰ্য্য>কয্য, উত্তীৰ্ণ>উত্তিণ্ণো, মাৰ্গম্>মগ্‌গং, ধাৰ্মিকঃ>ধম্মিকো, ৰাজ্যম্>ৰাজ্জং।

৬। ৰেফ-যুক্ত ব্যঞ্জনৰ সমীভৱন। যেনে— তাৰ্কিকঃ>তাক্কিকো, সৰ্ব>সব্ব, কৰ্ম>কম্ম, সুবৰ্ণ>সুবণ্ণ।

৭। যুক্তব্যঞ্জনৰ মাজলৈ কেতিয়াবা স্বৰাগম হয় নাইবা সিহঁতৰ সমীভৱন হয়। যেনে— ৰক্ত>ৰত্ত, পূৰ্ব>পূব্ব, ক্লেশ>কিলেস, শ্ৰী>সিৰি, গ্লান>গিলান, স্নেহ>সিনেহ, শ্লাঘা>সিলাঘা।

৮। ৰ আৰু ল অভেদ। যেনে— পৰি>পলি, কিল>কিৰ, ৰোম>লোম, ভদ্ৰ>ভল্ল।

৯। ন আৰু ল অভেদ। যেনে— ললাট>নলাট, লাঙ্গল>নাঙ্গল।

১০। বিসৰ্গৰ প্ৰয়োগ নাই। অ-কাৰ যুক্ত বিসৰ্গ ও-কাৰ হয়। যেনে— দেৱঃ>দেৱো, ধাৰ্মিকঃ>ধম্মিকো।

১১। অনুস্বাৰ যুক্ত দীৰ্ঘস্বৰৰ হ্ৰস্বপ্ৰৱণতা। যেনে— জনানাম্>জনানং, লতাম্>লতং।

১২। পালিত বচন মাত্ৰ দুটা— এক আৰু বহু। দ্বিবচনৰ লোপ।

১৩। পদৰ আদিত যুক্তব্যঞ্জনৰ সৰলীভৱন বা একক ৰূপ লাভ। যেনে— গ্ৰহণং>গহণং, স্বৰঃ>সৰো, জ্যোৎস্না>জোন্‌হা, স্থানম্>ঠানং, জ্ঞাতি>ঞাতি, প্ৰশ্নঃ>পঞ্‌হো, স্থূলঃ>থুলো।

১৪। স্বৰ, বিমস্‌সক আৰু নিগ্‌গহীত তিনি বিধ সন্ধিৰ উপৰিও অকথৰো সন্ধিৰ অৱস্থিতি।

১৫। কৰ্মকৰ্তৃবাচ্য লোপ বা বৰ্তমান, পৰোক্‌খ, হিয্যত্তনী, অন্যত্তনী, ভৱিস্‌সন্তী আৰু কালত্তিপত্তি এই ছটা কালৰ অৱস্থিতি।

**বৌদ্ধ সংস্কৃত :** বিশেষ উল্লেখযোগ্য যে উত্তৰ ভাৰতৰ বৌদ্ধ সম্প্ৰদায়বিলাকে পালিকেই শাস্ত্ৰ চৰ্চাৰ একমাত্ৰ ভাষাৰূপে লোৱা নাছিল; সংস্কৃত আৰু প্ৰাকৃত মিহলি

এক প্ৰকাৰ মিশ্ৰভাষাতো তেওঁলোকে ধৰ্মগ্ৰন্থ ৰচনা কৰিছিল। মূলতে কথ্য সংস্কৃত' ভাষাৰপৰা ইয়াৰ উৎপত্তি। ই বৌদ্ধ (মিশ্ৰ) সংস্কৃত' ৰূপে প্ৰসিদ্ধি লাভ কৰিছে। বৌদ্ধ শাস্ত্ৰতেই এই ভাষা সীমাবদ্ধ। কুষাণ সম্ৰাট কণিষ্কৰ অনুশাসনত ইয়াৰ প্ৰাচীন নিদৰ্শন সংৰক্ষিত হৈছে। এই ভাষাত ৰচিত প্ৰাচীনতম ৰচনাই সম্ভৱতঃ মহাবস্তু; তাৰ গদ্য আৰু পদ্য উভয় অংশতে সংস্কৃতায়ন বিশেষ মন কৰিবলগীয়া কথা। কুষাণ বংশীয় ৰজাসকলে অনুশাসনত এই ভাষা প্ৰয়োগ কৰি গৈছে। তলত চানেকি হিচাপে দুৰাৰমান উল্লেখ কৰা হ'ল[৮] :—

'সৰ্বাভিভূ সৰ্বাবিদু হমস্মি
সৰ্বেষু ধৰ্মেষু অনোপলিপ্তঃ।
সৰ্বং জহে তৃষ্ণক্ষয়া বিমুক্তো
ন সাদৃশো সংপ্ৰজনেত্তি বেদনা।'

অৰ্থাৎ 'মই সৰ্বদমন, সৰ্ববিদ, সকলো ধৰ্মতে অনুপলিপ্ত। তৃষ্ণাক্ষয়ৰ ফলত বিমুক্ত (হোৱা লোক) মই সকলো ত্যাগ কৰিছোঁ। মোৰ দৰে (কোনোৱে) সন্ত্ৰ (ভাল-বেয়া, সুখ-দুখ) বেদনা অনুভৱ নকৰে।'

বৌদ্ধ (মিশ্ৰ) সংস্কৃতৰ বিশেষত্বসমূহ হ'ল তলত দিয়া ধৰণৰ :—

১। নিজস্ব শব্দ, যিবোৰ আন সকলো ভাষাতে অপ্ৰচলিত। যেনে—
পৰিন্দামি = হস্তান্তৰ কৰা, তুলনীয় সং পৰিদদামি
অনুপৰীও = হস্তান্তৰিত <অনু-পৰি-দা
অখিল = অভদ্ৰ/কৰ্কশ, অৰ্ঘতি = (সি) যায়,
অভিসাৰ = দান/সম্মান, সুখিল = সুখী,
দুঃখিল = দুঃখী, সুত্তক = পাত্ৰ, অপক্কাল = দোষ,
প্ৰতিবহতি = বিৰুদ্ধাচৰণ কৰা/অমান্য কৰা,
অভিছাদয়তি = উপহাৰ দিয়া, পলিপুঞ্জিকা = খেৰী ঘৰ,
উৎপ্ৰাবয়তি = বিপথে নিয়া, ক্ষণিতি = ক্ষণ/মুহূৰ্ত, ইত্যাদি।

২। পালিৰ লগত ইয়াৰ ৰূপতত্ত্বৰ পাৰ্থক্য প্ৰচুৰ।

৩। অ-কাৰান্ত শব্দৰ মীৰ এক বচনত এস্মিং, এস্মি। যেনে— লোকেস্মিং।

---

৭ দ্ৰষ্টব্য— দ্বিতীয় অধ্যায়।

৮ দ্ৰষ্টব্য— Dr. S. Sen-ৰ *History and Pre-History of Sanskrit* আৰু *Edgerton*-ৰ *Buddhistic Hybrid Sanskrit*.

৯ দ্ৰষ্টব্য— ড' সেনৰ ভাষাৰ ইতিবৃত্ত, নৱম অধ্যায়।

৪। অ-কাৰান্ত শব্দৰ সম্বোধনৰ বহুবচনত- আহো বিভক্তি। যেনে— কুমাৰাহো।
৫। কেতিয়াবা কেতিয়াবা পদান্তস্থিত অঃ>এ। যেনে— অন্তঃ>অন্তে, পুৰঃ>পুৰে।
৬। আ-কাৰান্ত শব্দৰ ১মা/২য়াৰ বহুবচনৰ বিভক্তি- আৰো। যেনে— তাৰো।
৭। √ স্থা-ৰ লট্ ৰূপত স্থিহতি (তিষ্ঠতি), তুলনীয়/পালি ঠহতি।
৮। √ গম্-অৰ লৃট্-অত অনিট্ প্ৰয়োগ। যেনে— গংস্যাত্, √ ভূ ৰ লুঙ্-অত অভূষি।
৯। লুঙ্ আৰু বিধিলঙ্-অৰ ১ম পুৰুষৰ বহুবচনত এংসু (ঃ), কেতিয়াবা অংসু। যেনে— তবেংসুঃ, মন্যেংসু।
১০। ল্যবৰ্থক অসমাপিকাত- ই প্ৰত্যয়ৰ প্ৰয়োগ। যেনে— পশ্যি>পশ্য।

**মধ্য-প্ৰাকৃত :** দ্বিতীয় উপস্তৰৰ অন্তৰ্ভুক্ত প্ৰাকৃতৰ নিদৰ্শন হ'ল 'সাহিত্যিক প্ৰাকৃত' আৰু 'নাটকীয় প্ৰাকৃত'।[১০] প্ৰাকৃত ব্যাকৰণ মতে সাহিত্যিক প্ৰাকৃতৰ প্ৰধান উপভাষা হ'ল মাহাৰাষ্ট্ৰী, শৌৰসেনী, অৰ্ধ-মাগধী, মাগধী, পৈশাচী আৰু সংস্কৃত প্ৰভাৱহীন অপভ্ৰংশ। ভৰতৰ নাট্যশাস্ত্ৰত অপভ্ৰংশক আভীৰীসকলৰ ভাষা বুলি কোৱা হৈছে। প্ৰাকৃতৰ বিকাশ সম্পৰ্কে নানা ব্যাখ্যা পোৱা যায় যদিও আটাইবোৰতে সংস্কৃতকেই ইয়াৰ মূল বুলি কোৱা হৈছে। দণ্ডীৰ কাব্যাদৰ্শ (১/৩৩) মতে, "সংস্কৃতং নাম দৈৱীবাক্ তদ্ভৱস্তৎসমো দেশীত্যনেক প্ৰাকৃতক্ৰমঃ।" হেমচন্দ্ৰৰ প্ৰাকৃত ব্যাকৰণ মতে আকৌ "প্ৰকৃতিঃ সংস্কৃতং তত্ৰ ভৱঃ তত আগতং বা প্ৰাকৃতং।" কৃষ্ণপণ্ডিতৰ প্ৰাকৃত চন্দ্ৰিকা (১/৪) মতেও "প্ৰকৃতিঃ সংস্কৃতং তত্ৰ ভৱত্বাৎ প্ৰাকৃতং স্মৃতম্।" সেইদৰে প্ৰাকৃত সঞ্জীৱনীৰ মতে, "প্ৰাকৃতস্য তু সৰ্বমেৱয় সংস্কৃতং যোনিঃ।" গতিকে প্ৰাকৃতজ্ঞ পণ্ডিতসকলে একেমুখে স্বীকাৰ কৰে যে প্ৰাকৃত দৰাচলতে সংস্কৃতোদ্ভূত ভাষা। সেইবুলি প্ৰাকৃতৰ মূল পাণিনিৰ অষ্টাধ্যায়ী নিয়ন্ত্ৰিত ধ্ৰুপদী-সংস্কৃত (Classical Sanskrit) নহয়, বৈদিক আৰু ধ্ৰুপদী-সংস্কৃতক একেলগে সামৰি লোৱা ব্যাপক অৰ্থবোধক সংস্কৃতকহে প্ৰাকৃত-জননী সংস্কৃত ৰূপে অভিহিত কৰা হয়, আৰু সিয়ো প্ৰকৃততে লোকৰঞ্জন কথ্য-সংস্কৃতহে (Popular Spoken Sanskrit)। এয়া ইণ্ডো-ইউৰোপীয় ভাষাৰ প্ৰাচীন শাখাবোৰৰ তুলনামূলক অধ্যয়ন আৰু তাৰ বিৱৰ্তনৰ ইতিহাস-পৰ্যালোচনা প্ৰদত্ত সিদ্ধান্তহে, কোনো কল্পনা-বিলাসী মনৰ অদ্ভুত মতৰ নহয়।[১১] কথ্য সংস্কৃতৰ পৰা উদ্ভৱ হোৱা বাবেই প্ৰাচীন স্তৰৰ প্ৰাকৃতসমূহ কথ্যভাষাৰপৰা বেছি আঁতৰি যোৱা নাই। পৰৱৰ্তী কালত সংস্কৃতৰ নৱজাগৰণৰ ফলত প্ৰাকৃত ভাষাত সেইবাবেই সম্ভৱতঃ

১০ দ্ৰষ্টব্য— দ্বিতীয় অধ্যায়।
১১ দ্ৰষ্টব্য— আৰম্ভণ।

সংস্কৃতায়ন (Sanskritization) পৰিলক্ষিত হৈছে। সূক্ষ্মালোচনাত প্ৰাকৃতৰ স্বাদ মধ্য ভাৰতীয় আৰ্য ভাষাৰ দ্বিতীয় পৰ্যায় বা উপস্তৰৰ অন্তৰ্গত। ইয়াৰ অন্তৰ্গত প্ৰধান ছবিধ প্ৰাকৃতৰ বিশেষত্বসমূহ চমুকৈ তলত দিয়া হ'ল।[১২] এই ছবিধৰ ভিতৰত মাহাৰাষ্ট্ৰী সৰ্বপ্ৰধান। ই হ'ল আদি উপস্তৰৰ দক্ষিণ-পশ্চিমা প্ৰাকৃতোদ্ভূত। সাহিত্যৰ ক্ষেত্ৰৰ পৰা ইয়েই আটাইতকৈ চহকী। সংস্কৃত নাটকৰ প্ৰাকৃত কবিতাসমূহ খাইকৈ মাহাৰাষ্ট্ৰীত ৰচিত। সেতুবন্ধ বা ৰাৱণবহো, গাহাসত্তসঈ, গউডবহো আদি কাব্যও মাহাৰাষ্ট্ৰী প্ৰাকৃততে ৰচিত।

মহাৰাষ্ট্ৰকেই প্ৰাকৃতৰ জন্মভূমি বুলি কোৱা হয়। ষড়ভাষা-চন্দ্ৰিকাত পণ্ডিত লক্ষ্মীধৰে 'প্ৰাকৃতং মহাৰাষ্ট্ৰোদ্ভৱং' বুলি কৈ গৈছে। চণ্ডীদেৱৰ প্ৰাকৃত দীপিকা মতেও 'এতদপি লোকানুসাৰাৎ নাটকাদৌ মহাপ্ৰয়োগ দৰ্শনাৎ প্ৰাকৃতং মহাৰাষ্ট্ৰদেশীয়ং প্ৰকৃষ্ট ভাষণম্'— অৰ্থাৎ 'লোক-ব্যৱহাৰ অনুসৰি, নাটক আদিৰ প্ৰয়োগ অনুসৰি মহাৰাষ্ট্ৰ দেশৰ প্ৰাকৃতেই সৰ্বোৎকৃষ্ট ভাষা।' দণ্ডীৰ কাব্যাদৰ্শ অনুসৰি 'মহাৰাষ্ট্ৰাশ্ৰয়ং ভাষাং প্ৰকৃষ্টং প্ৰাকৃতং বিদুঃ।' ৰামতৰ্কবাগীশে প্ৰাকৃত কল্পতৰুত মাহাৰাষ্ট্ৰীকেই সকলো প্ৰাকৃতৰ সাৰ বুলি কৈছে—

"সৰ্বাসু ভাষাস্বিহ হেতুভূতাং ভাষাং মহাৰাষ্ট্ৰভৱাং পুৰস্তাৎ।
নিৰূপয়িষ্যামি যথোপদেশং শ্ৰীৰামশৰ্মাহমিমাং প্ৰযত্নাৎ।।"

আনহাতে বৌদ্ধ পণ্ডিতসকলৰ মতে মাগধীহে আদি প্ৰাকৃত, কচ্চায়ন (<কাত্যায়ন)ৰ প্ৰয়োগসিদ্ধিৰ 'সা মাগধী মূলভাসা নৰা য়েয়াদিকপ্পিকা; ব্ৰহ্মাণো চ সসুতলাপা-সম্বুদ্ধা চাপি ভাসৰে' শ্লোকটোৰে তাৰেই স্বীকৃতি দিয়ে। আকৌ জৈনীসকলৰ মতে অৰ্ধমাগধীহে আদি প্ৰকৃত : 'সে কিং তং ভাসাৰিয়া ? জেনং অদ্ধমগহাএ ভাসাএ ভাসেন্তি জত্থয় ণং বম্ভিলিবি পবত্তই।' আদি প্ৰাকৃত সম্পৰ্কে এনেকুৱা বিতৰ্ক আছে সঁচা, কিন্তু অধুনালব্ধ বিভিন্ন প্ৰাকৃতৰ পৰ্যালোচনাৰ পৰা মাহাৰাষ্ট্ৰীকে মূল প্ৰাকৃত বোলাৰ যুক্তি যে অধিক তাক স্বীকাৰ নকৰি নোৱাৰি।[১৩] মাহাৰাষ্ট্ৰীৰ নিদৰ্শন—

'অমিঅং পাউঅকব্বং পঢ়িউং সোউং অ জে ন আণন্তি।
কামস্য তত্ততত্তিং কুণন্তি তে কহং ণ লজ্জন্তি।। ২।। (গাথা সপ্তশতী)

অৰ্থাৎ 'যিসকলে অমৃত সদৃশ প্ৰাকৃত কাব্য পঢ়া নাই বা বুজি পোৱা নাই,

---

১২ দ্ৰষ্টব্য— প্ৰথম অধ্যায়; Dr. Sen-ৰ *Comparative Grammar.* পৃঃ ১৮-৩০

১৩ "It is the most advanced, as regards phonetic change of the MIA dialects of the second stage."

*(Sen's Comparative Grammar, p.15)*

যিসকলে কামশাস্ত্ৰৰ তত্ত্বালোচনা কৰিবলৈ গৈ কিয় লাজ পোৱা নাই?'

মাহাৰাষ্ট্ৰীৰ বিশেষত্ব কেতবোৰ তলত দাঙি ধৰা হ'ল—

১। পদান্ত ব্যঞ্জনৰ লোপ-সাধন।

২। পদমধ্যস্থিত অঘোষ মহাপ্ৰাণ ধ্বনিৰ লোপ-সাধন আৰু ঘোষ মহাপ্ৰাণ ধ্বনিৰ-হ- ৰূপ প্ৰাপ্ততা। যেনে— প্ৰাকৃত>পাউঅ, সকল/সফল>সঅল, কথং>কধং>কহং।

৩। কেতিয়াবা কেতিয়াবা স>হ। যেনে— পাষাণ>পাহাণ, তস্য>তাস>তাহ।

৪। ত্ম>প্প আৰু ক্ষ>চ্ছ। যেনে— আত্মন্>অপ্পা, ইক্ষু>উচ্ছু।

৫। ক্ৰিয়া বিশেষত -আহি প্ৰত্যয় যোগ হয়। যেনে— দূৰাৎ>দুৰাহি, মূলাৎ>মুলাহি।

৬। ৭মীৰ একবচনত -স্সিং বিভক্তিৰ প্ৰয়োগ। যেনে— সৰ্বেস্মিং>সব্বেস্সিং

৭। প্ৰত্যয় -ঈয়>ইজ্জ, -ত্বাচ্>-উল, -ত্বাণ>-উণ। যেনে— কৰণীয়>কৰণীজ্জং, দৃষ্টা>দিচ্ছিউল, গম্যতে>গমিজ্জই, পৃচ্ছিত্বাণ>পুচ্ছিউণ; ইয়াৰ প্ৰচলন এটা মাত্ৰ অঞ্চলত সীমিত।

৮। সংস্কৃতৰ পুংলিংগৰ পদটো মাহাৰাষ্ট্ৰীত স্ত্ৰী বা ক্লীবলিংগ। যেনে— প্ৰশ্ন>পণ্হো / পণ্হা, দেবাঃ>দেবা / দেবনিং।

৯। শব্দৰূপ আৰু ধাতুৰূপত বৈদিকৰূপ অৰ্থাৎ প্ৰাচীনত্ব সংৰক্ষিত হৈছে।

শৌৰসেনী দক্ষিণ-পশ্চিমা প্ৰাকৃতৰূপৰ অহা ভাষা। সংস্কৃত নাটকত নাৰী আৰু অশিক্ষিত পুৰুষৰ ভাষা হ'ল শৌৰসেনী প্ৰাকৃত। মথুৰা বা সুৰসেন অঞ্চলৰ কথিত ভাষা। শৌৰসেনীৰ মাহাৰাষ্ট্ৰীৰ লগত বিশেষ মৌলিক পাৰ্থক্য নাই। শৌৰসেনীৰ নিদৰ্শন—

"তা পঢ সংপদং অজ্জউত্তস্স পুৰদো সঅংকিদং কিং পি কব্বং। জদো তং কব্বং জং সহাসুং পটীঅদি তং সুৱণ্ণং জং কসৱটি আএ নিব্বডদি সা ঘৰিণী জা পদিং ৰঞ্জেদি সো পুত্তোজো কুলং উজ্জলেদি।"

(কৰ্পূৰমঞ্জৰী)

অৰ্থাৎ 'সম্প্ৰতি আৰ্যপুত্ৰৰ আগত তোমাৰ স্বৰচিত কোনো কবিতা আবৃত্তি কৰাচোন। কাৰণ, সিয়েই কবিতা যিবোৰ সভাত পঢ়িব পাৰি, কষটি শিলত যাক পৰীক্ষা কৰি চোৱা হয় তাকেই সোণ বোলে; যি তিৰোতাই স্বামীৰ মনোৰঞ্জন কৰে তেৱেঁই প্ৰকৃত গৃহিণী, যি বংশ উজ্জ্বল কৰে সিয়েই (প্ৰকৃত) পুত্ৰ।'

শৌৰসেনীৰ বৈশিষ্ট্য— মাহাৰাষ্ট্ৰী আৰু শৌৰসেনীৰ মধ্যৱৰ্তী 'বিভাষা' আৱন্তী সম্পৰ্কে বৈয়াকৰণিকসকলে কিছু কথা কৈ গৈছে। সেই আৱন্তীতেই এই দুয়োবিধ প্ৰাকৃতৰ

লক্ষণ কিছু কিছু পোৱা যায়। শৌৰসেনীৰ প্ৰধান বৈশিষ্ট্যকেইটা তলত দিয়া হ'ল—

১। স্বৰ মধ্যস্থিত দ আৰু ধ (<দ/ত আৰু ধ/দ) বৰ্ণ আন প্ৰাকৃতৰ দৰে লোপ পোৱা নাই।

গচ্ছতি>শৌ গচ্ছদি, মা গচ্ছই

কথয়তি> কধেদি, কহেই

গত > গদ, গঅ

মত> মদ, মঅ

পুৰতঃ> পুৰদো পুৰও

২। পদ-মধ্যস্থিত স্ত > ন্দ-। যেনে— হস্ত>হন্দ।

৩। ক্ষ>কখ। যেনে— ইক্ষু>শৌ. ইক্খু, মা ইচ্ছু,
কুক্ষি> কুক্খি, কুচ্ছি

৪ একবচনৰ ৭মী বিভক্তি - স্মিন>-সিং। যেনে—
পৰস্মিন্>পৰসিং, অন্যস্মিন্>অণ্ণসিং।

৫ বিধিলিঙৰ গঠন সংস্কৃতৰ দৰে। যেনে— স্বাৰ্ত্তেৎ>বট্টে।

৬ কৃ-ধাতুৰ ৰূপ সংস্কৃতৰ দৰে। যেনে— কৰোতি>কৰোদি।

৭। শৌৰসেনী বহুলাংশে সংস্কৃতানুগামী।

আচলতে অৰ্ধমাগধী মধ্য-প্ৰাচ্যা প্ৰাকৃতৰে পৰিণতি। অৰ্ধমাগধীত মাহাৰাষ্ট্ৰী আৰু শৌৰসেনীৰ বিস্তৰ প্ৰভাৱ আছে। সেই সূত্ৰে ইয়াৰ দুটা ভাগ : জৈন মাহাৰাষ্ট্ৰী আৰু জৈন শৌৰসেনী। জৈন মতানুগামী ব্যাকৰণকাৰসকলে অৰ্ধমাগধীক তেওঁলোকৰ শাস্ত্ৰ ৰচয়িতাৰ ভাষা অৰ্থাৎ আৰ্ষপ্ৰাকৃত বুলিও অভিহিত কৰিছে। অশ্বঘোষৰ নাটকতেই অৰ্ধমাগধীৰ প্ৰাচীনতৰ বিশেষত্ববোৰ পোৱা যায়, পৰবৰ্তী কালৰ সংস্কৃত নাটকত ইয়াৰ ব্যৱহাৰ নাই।

অৰ্ধমাগধীত সংস্কৃতৰ প্ৰভাৱ প্ৰচুৰ। তদুপৰি অৰ্ধমাগধী গদ্যত মাগধী আৰু শৌৰসেনীৰ প্ৰভাৱ বিশেষে পোৱা যায়, অৰ্ধমাগধী পদ্যত মাহাৰাষ্ট্ৰীৰ প্ৰভাৱো বিশেষে চকুত পৰে। অৰ্ধমাগধীৰ নিদৰ্শন—

'তেন কালেণং তেণং সমএণং সিন্ধুসোবীৰেসু জণপএসু বীয়ভএ নামং নয়ৰে হোত্থা উদায়ণে নামং ৰায়া পভাৱঈ দেৱী। তাঁসে জেটঠে পুত্তে অভিঈ নামং জুৱৰায়া হোত্থা।"

অৰ্থাৎ 'সেই সময়ত সেই দিনত সিন্ধু সৌবীৰ ৰাজ্যত বীতভয় নামে এখন নগৰ আছিল। তাত উদায়ন নামে ৰজা, প্ৰভাৱতী নামে ৰাণী (আছিল), তেওঁৰ জ্যেষ্ঠ পুত্ৰ, নাম অভিজিৎ, যুৱৰাজ আছিল।' অৰ্ধমাগধীৰ প্ৰধান বৈশিষ্ট্য হ'ল—

১। ৰ, ল ধ্বনিৰ প্ৰচলন।

২। বিসৰ্গ যুক্ত পদান্তস্থিত অ-কাৰৰ এ/ও-কাৰ লাভ। যেনে— জনঃ>জনো, পূৰ্বঃ>পূব্বো, বৃদ্ধঃ>বুড্‌ঢো, বুড্‌ঢে।

৩। শ, ষ, স-ৰ ঠাইত কেৱল 'স'ৰ প্ৰচলন। যেনে— কেশী>কেসি, ঔষধ>ওসঢ।

৪। স্বৰ মধ্যস্থিত লুপ্ত ব্যঞ্জনৰ ঠাইত য়-শ্ৰুতিৰ প্ৰয়োগ। যেনে— ৰাজা>ৰায়া, সাগৰ>সায়ৰ, শত>সয়, নগৰ>নয়ৰ।

৫। দন্ত ধ্বনিৰ মূৰ্ধন্যভৱন প্ৰৱণতা। যেনে— তেন>তেণং, দংশ>ডসই, ঔষধ>ওসঢ।

৬। পদ মধ্যবৰ্তী প>ৱ আৰু স্ম>ংস। যেনে— পাপক>পাৱক, উপনীত>উৱণীয়, অস্মি>অংসি, *লোকস্মিন্>লোগংসি।

৭। ল্যবৰ্থক অসমাপিকাৰ বৈচিত্ৰ্য মন কৰিবলগীয়া।

(ক) সং ত্বা>ত্তা। যেনে— গত্বা>গন্তা, ভূত্বা>ভবিত্তা, পৃষ্টা>পুছিত্তা, জ্ঞাত্বা>জাণিত্তা।

(খ) সং- ত্য>চ্চ। যেনে— অভিসমেত্য>অভিসমেচ্চ।

(গ) বৈ.-ত্বান>তুণ/ত্তুন। যেনে— গৃহীত্বা>ঘেত্তুণ, পৃষ্টা>পুচ্ছিদুণ।

(ঘ) বৈ.- ত্বায়>ত্তএ। যেনে— গত্বা= *গচ্ছিত্বায়>গচ্ছিত্তএ।

(ঙ) তুমৰ্থক- তুম্>উং / ত্তু। যেনে কৃত্বা>কাউং, শ্ৰুত্বা>সুণিত্তু।

৮। কৃ-ধাতুৰ ৰূপ গদ্যত সংস্কৃতানুগামী (*কুৰ্বতি>কুব্বই), পদ্যত মাহাৰাষ্ট্ৰীৰ দৰে (কৃণোতি>কুণই)।

৯। অতীতকালত - ইংসু প্ৰত্যয় হয়। যেনে— গচ্ছিংসু, যচ্ছিংসু।

১০। শানচ্ (=মান/আন) প্ৰত্যয়ৰ প্ৰয়োগ আছে। যেনে— পুচ্ছমানো।

মাগধী প্ৰাচ্য প্ৰাকৃতোদ্ভূত ভাষা। মূলতে ই মগধ অঞ্চলৰ কথ্য ভাষা। জোগীমাৰা, সুতনুকা গুহালেখ আৰু অশ্বঘোষৰ নাটকত প্ৰাচীনতৰ মাগধীৰ নিদৰ্শন পোৱা যায়। কালিদাসৰ 'অভিজ্ঞান শকুন্তলম্' আৰু শূদ্ৰকৰ 'মৃচ্ছকটিক'তো মাগধী প্ৰাকৃতৰ প্ৰয়োগ আছে। মাগধী প্ৰাকৃত একেবাৰে কৃত্ৰিম সাহিত্যিক ভাষা, সংস্কৃত নাটকত ইয়াৰ ব্যৱহাৰ হৈছিল কেৱল হাঁহি-কৌতুকৰ বাবেহে।[১৪] ইয়াৰ নিদৰ্শন তলত দিয়া হ'ল—

"শুতনুক নাম দেৱদশিক্যি
তং কময়িথ বলনশেয়ে

১৪ দ্ৰষ্টব্য— ড° সুকুমাৰ সেনৰ 'ভাষাৰ ইতিবৃত্ত', পৃঃ ১০৪।

দেৱদিনে নম লুপদখে।"

অৰ্থাৎ 'দেৱদাসীৰ নাম সুতনুকা। বাৰানসী বাসী দেৱদিন্ন (বা দেওদিন) নামৰ ৰূপদক্ষই তেওঁক কামনা কৰিছিল।'

মাগধীৰ বিশেষত্ববোৰ হ'ল :—

১। শ, ষ, স>শ। যেনে— শুষ্ক>শুশ্ক, পুৰুষঃ>পুলিশে, ভবিষ্যতি>ভবিশ্শদি, পুত্ৰস্য>পুত্তশ্শ।

২। ৰ>ল। যেনে— ৰাজা>লাজা, ৰোহিত মৎস্য>লোহিদমশ্চ, ৰত্ন>লদন, পুৰুষঃ>পুলিশে।

৩। জ>য়। যেনে— জানাতি>য়াণদি, জায়তে>য়ায়দে।

৪। ক্ষ আৰু চ্ছ ক্ৰমে শ্ক আৰু শ্চ-লৈ পৰিৱৰ্তিত হয়। যেনে— পক্ষ>পশ্ক, বৃক্ষ>বিশ্ক, গচ্ছ>গশ্চ, পৃচ্ছতি>পুশ্চদি।

৫। দ্য, র্জ, র্য, ল্য>য়্য় (=য্য)। যেনে=অদ্য>অয়্য়, অৰ্জুন>অয়্য়ুন, কাৰ্য্য>কায়্য়, কল্য>কয়্য়।

৬। অনুনাসিক যুক্ত ব্যঞ্জনৰ তালব্যানুনাসিক প্ৰৱণতা অৰ্থাৎ ন্য, ণ্য, ঞ্জ>ঞ্ঞ। যেনে— অন্য>অঞ্ঞ, অঞ্জলি>অঞ্ঞলি, কন্যকা>কঞ্ঞকা / কঞ্ঞআ, পুণ্য>পুঞ্ঞ, ৰাজ্ঞঃ>লঞ্ঞে।

৭। যুক্ত ব্যঞ্জনৰ স আৰু ষ বৰ্ণৰ সাধাৰণতে সমীভৱন হয়। যেনে— বৃহস্পতি>বুহস্পদি / বুহশ্পদি, শুষ্কঃ>শুশ্কে, হস্তঃ>হস্তে/হশ্তে।

৮। সম্বোধনত অ-কাৰান্ত পদৰ আ-কাৰ লাভ। যেনে— হে দেৱ>হে দেৱা, হে পুৰুষ>হে পুলিশা।

৯। প্ৰথমাৰ একবচনৰ অঃ>এ। যেনে— নৰঃ>ণলে, পুৰুষঃ>পুলিশে, সঃ>সে।

১০। অ-কাৰান্ত পদৰ ষষ্ঠীৰ একবচনত 'স্স' বা 'আহ' বিভক্তি হয়। যেনে— জিনস্য>য়িণস্স, য়িণাহ।

১১। অস্মদ্ শব্দৰ প্ৰথমাৰ একবচনত 'হকে, হগে' আৰু বহুবচনত 'অহকে' হয়।

১২। পদ মধ্যস্থিত দ আৰু ধ সদায় ৰক্ষিত হৈছে। যেনে— ভবিশ্শদি, মাগধ।

মাগধী প্ৰাকৃতৰ প্ৰধান উপভাষা হ'ল শাকাৰী, চাণ্ডালী আৰু শাবৰী। মৃচ্ছকটিক নাটকত ৰজাৰ খুলশালীয়েক শকাৰৰ ভাষা শাকাৰী।

পৈশাচী উত্তৰ-পশ্চিমা প্ৰাকৃতজাতত ভাষা। লোক-সাহিত্যত এই ভাষাৰ যথেষ্ট সমাদৰ দেখা যায়। গুণাঢ্যৰ বৃহৎকথাৰ ভাষা পৈশাচী। বৈয়াকৰণিকসকলৰ উক্তিতো পৈশাচীৰ নিদৰ্শন পোৱা যায়। অপভ্ৰংশৰ লগত ইয়াৰ সম্পৰ্ক অতি ঘনিষ্ঠ। ড° সুকুমাৰ সেনৰ মতে অপভ্ৰংশৰ ঠিক পূৰ্ব-কালৰ এবিধ প্ৰাকৃত এই

পৈশাচী।[১৫] ইয়াৰ নিদৰ্শন—

"পুত্তুণ কিং ফটচনো নিচতেহতানা
অথাসনং ফচতি চম্‌ফনিসূতনস্‌স
ভোত্তুন খোৰতৰতুক্‌খ— সতাই পাপা
মোহান্ধকাৰগহনং লপ কিং লফন্তি।"

অৰ্থাৎ, 'যুঁজাৰুৱে নিজৰ দেহদানৰ দ্বাৰা জন্তুনিষূদন (=ইন্দ্ৰ)ৰ অৰ্ধাসন লাভ নকৰেনে? পাপীয়ে শত শত দুৰ্ঘোৰ দুঃখ সহ্য কৰি ঘোৰ মোহান্ধকাৰত নপৰেনে?'

পৈশাচীৰ প্ৰধান বিশেষত্ব হ'ল ঃ—

১। ধ্বনিতত্ত্বৰ ক্ষেত্ৰত সংস্কৃতৰ প্ৰভাৱ প্ৰচুৰ।

২। স্বৰ মধ্যগত ঘোষ ব্যঞ্জনৰ ঘোষহীনতা আৰু স্বৰ মধ্যগত স্পৃষ্ট (affricate) ব্যঞ্জনৰ অৱস্থিতি। যেনে— কন্দৰ্প>কন্তপ্‌প, নগৰ>নকৰ, ভজতি>ভচতি, ৰাজা>ৰাচা।

৩। ণ>ন আৰু শ/ষ>স। যেনে— গুণেন>গুনেন, প্ৰদেশ>পতেস।

৪। ত্বা>তূণ। যেনে— কৃত্বা>কাতূণ, গত্বা>গতূণ।

৫। ঞ, ন্য, ণ্য>ঞ্ঞ। যেনে— কন্যকা>কঞ্ঞআ, পুণ্য>পুঞ্ঞ, ৰাজ্ঞঃ>ৰাঞ্ঞো।

৬। র্য>ৰিঅ, স্ন>সিন, ষ্ট>স্‌ট। যেনে— ভাৰ্যা>ভাৰিআ, স্নাত>সিনাত, কষ্ট>কস্‌ট।

৭। আত্মনেপদী ধাতুৰ পৰস্মৈপদী ৰূপ লাভ। যেনে— লভতে>লভন্তি।

নিয়া প্ৰাকৃতক মধ্য ভাৰতীয় আৰ্য ভাষাৰ দ্বিতীয় উপস্তৰৰ অন্তৰ্গত বুলিয়েই কোৱা হয়। চীনা তুৰ্কীস্থানৰ প্ৰাচীন শান্‌শান্ (Shan Shan বা Kroraina) ৰাজ্যৰ সীমান্তত নিয়া নামে ঠাইৰ বালিৰ স্তূপৰ তলত এই প্ৰত্নলেখবোৰ আৱিষ্কাৰ কৰিছিল ছাৰ অ'ৰেল ষ্টেইনে (Sir Aurel Stein)। এইবোৰ আচলতে শাসনকাৰ্য অৰ্থাৎ বিচাৰ বিষয়ক আৰু ব্যৱসায়-বাণিজ্য সম্পৰ্কীয় কিছুমান ৰিপোৰ্ট বা তথ্য সম্বলিত প্ৰতিবেদনৰ সমষ্টি। এইবোৰৰ ৰচনা-কাল খৃষ্টাব্দ তৃতীয় শতিকা বুলি অনুমান কৰা হৈছে। উত্তৰ-পশ্চিম ভাৰতৰ পেছোৱাৰ অঞ্চলৰ ভাষাকে ইয়াৰ মূল বুলি কোৱা হয়।

নিয়া প্ৰাকৃতৰ প্ৰধান বিশেষত্ববোৰ হ'ল—

১। স্বৰ মধ্যস্থিত একক ব্যঞ্জনৰ উষ্মীভৱন আৰু শ, ষ, স ধ্বনিৰ ঘোষবৰ্ণলৈ

১৫ দ্ৰষ্টব্য— Sen : *Journal of the Oriental Institute, Baroda, Vol. XI, p.3*

পৰিবৰ্তন। যেনে— কৃত>কিড', অৱকাশ>অবগা'জ', দাস>দৰ্ঝ', অপি>অবি', মাস>মস', গন্তব্য>গংদবো।

২। পদান্তস্থিত য়, য়া, য়ে>ই। যেনে— মূল্য>মূলি, ঐশ্বৰ্য>এশ্বৰি, সমাদায়>সমদই।

৩। পদমধ্যস্থিত এ>ই। যেনে— ক্ষেত্ৰ>চি'ত্ৰ

৪। অঘোষ/ঘোষ বৰ্ণ-হ্-লৈ ৰূপান্তৰিত; কিন্তু পদান্তস্থিত অঘোষ বৰ্ণ লোপ কিম্বা হ/য় শ্ৰুতিৰ আগম। যেনে— গোধূম>গোহোমি, লভন্তে>লহংতি, দত্ত=*দিত-ক>দিতএ/দিতগে', সমতঃ>সমও/সমহো।

৫। ঋ>অ, উ, ৰি, ৰু। যেনে— প্ৰকৃত>পগা'ড, ভৃতি>ৰুডি, কৃত>ক্ৰিত/কিড', ঘৃত>ঘ্ৰিদ। *পৃচ্ছিতব্য>প্ৰচ্ছিদবো।

৬। কেতিয়াবা কেতিয়াবা ব>ম। যেনে— এবম্>এব>এম, চীৱৰ>চিমৰ।

৭। পদান্তস্থিত -অঃ বিলোপ, কিম্বা এ, ও ৰূপ লাভ। যেনে— মনুষ্যাঃ>মনুশ, ততঃ>ততো, গন্তব্যঃ>গংদবো।

৮। অনুনাসিক যুক্ত ব্যঞ্জনৰ সমীভৱনত নাসিক্য প্ৰৱণতা। যেনে— ভাণ্ড>ভান, আজ্ঞপ্তি>অনতি, বিজ্ঞপ্তি>বিংনতি।

৯। শ্ৰ>ষ, স্ম্>ংমি, ষ্ট/ষ্ঠ>ঠ, শ্ব>শ্‌প। যেনে— শ্মশ্ৰু>মষু,-স্মিন>ংমি, অৱশিষ্ট>অৱশিঠ, ষ্ঠিতক>ঘিদগ', অশ্ব>অশ্‌প, স্বসৃ>শ্‌পসু।

১০। তৃতীয় পুৰুষৰ বহুবচনত অন্তি বিভক্তিৰ যোগত অতীত কালৰ সৃষ্টি। যেনে— গতাংন্তি '(সি/তেওঁ) গ'ল/গৈছিল।'

১১। ক্ৰিয়াৰ কাল তিনিটা— বৰ্তমান (লট্), অতীত (কৃদন্ত), আৰু ভবিষ্যত (লৃট)। আত্মনেপদ আৰু কৰ্মবাচ্যৰ প্ৰয়োগ দুৰ্লভ।

**অন্ত্য প্ৰাকৃত :** মধ্য ভাৰতীয় আৰ্য ভাষাৰ তৃতীয় উপস্তৰটোৱেই শেষ বা অন্ত্য প্ৰাকৃতৰ কাল। এই স্তৰৰ ভাষাকে অপভ্ৰংশ বোলা হয়। সম্প্ৰতি ই একাধিক প্ৰাকৃতৰ ক্ষেত্ৰতহে প্ৰযোজ্য; আঞ্চলিক প্ৰাকৃত আৰু নব্য ভাৰতীয় আৰ্য ভাষাৰ মধ্যৱৰ্তী কালছোৱাত প্ৰতিবিধ প্ৰাকৃতেই কিছু পৰিমাণে সৰল হৈ পৰিছিল। এই শিথিলতৰ আঞ্চলিক প্ৰাকৃতসমূহকে সেই সেই অঞ্চলৰ প্ৰাকৃতৰ অপভ্ৰংশ ৰূপে অভিহিত কৰা হৈছে। সেই শিলৰূপৰা অপভ্ৰংশৰ স্থান তলত দিয়া ধৰে দেখুৱাব পাৰি—

মাহাৰাষ্ট্ৰী প্ৰাকৃত>মাহাৰাষ্ট্ৰী অপভ্ৰংশ>মাৰাঠী।

শৌৰসেনী প্ৰাকৃত>শৌৰসেনী অপভ্ৰংশ>পশ্চিমা হিন্দী-ৰাজস্থানী-গুজৰাটী।

অৰ্ধমাগধী প্ৰাকৃত>অৰ্ধমাগধী>অপভ্ৰংশ>পূবী হিন্দী- অৱধী-ভোজপুৰী।

মাগধী প্ৰাকৃত>মাগধী অপভ্ৰংশ>অসমীয়া-বঙলা-উৰিয়া-মৈথিলী-

(তথাকথিত) বিহাৰী।

অপভ্ৰংশ সম্পৰ্কে বিশেষকৈ ইয়াৰ কাল সম্পৰ্কে নানা তৰ্ক আছে। পতঞ্জলিয়ে শাস্ত্ৰহীনৰ ভাষাকে অপভ্ৰংশ ৰূপে অভিহিত কৰি গৈছে। তেওঁৰ মতে সংস্কৃতৰপৰা অপভ্ৰষ্ট হোৱা ভাষাই অপভ্ৰংশ। সেই পিনৰপৰা সকলো প্ৰাকৃতেই ইয়াৰ অন্তৰ্ভুক্ত। কাব্যালংকাৰৰ 'প্ৰাকৃতমেৱ অপভ্ৰংশঃ' বোলা কথাষাৰৰপৰা অনুমান হয় যে অপভ্ৰংশই এবিধ প্ৰাকৃত ৰূপেই মূৰ দাঙি উঠিছিল। ভামহেও সংস্কৃত, প্ৰাকৃত আৰু অপভ্ৰংশৰ সুকীয়া ব্যৱহাৰৰ কথা কৈ গৈছে। ৰাজশেখৰ, ৰুদ্ৰট আদিয়েও অপভ্ৰংশক সংস্কৃত বা প্ৰাকৃতৰ দৰে বিশেষ মৰ্যাদা দি ক'ব খোজে যে অপভ্ৰংশ আচলতে কাব্যৰ ভাষা।

প্ৰাকৃত বৈয়াকৰণিকসকলে অপভ্ৰংশৰ বিষয়ে কিছু আলোচনা কৰি গৈছে। বৰৰুচি কিন্তু এই বিষয়ত নিমাত। হেমচন্দ্ৰই সিদ্ধহেমশব্দানুশাসনৰ ৮ম অধ্যায়ত অপভ্ৰংশ আৰু তাৰ উপভাষাৰ বিষয়ে আলোচনা কৰিবলৈ গৈ উদাহৰণ স্বৰূপে অপভ্ৰংশৰ কিছু নিদৰ্শনৰো উল্লেখ কৰি গৈছে। পুৰুষোত্তমে প্ৰাকৃতানুশাসনত (১১শ শতিকা) 'শিষ্ট' লোকৰ ভাষা ৰূপে অপভ্ৰংশৰ বিষয়ে বহু নিৰ্ভৰযোগ্য বৰ্ণনা দিছে। তেওঁৰ মতে নাগৰ, উপনাগৰক আৰু ব্ৰাচড়ক এই অপভ্ৰংশৰ প্ৰধান উপভাষা; তাৰ ভিতৰত নাগৰক আছিল প্ৰধান আৰু সিয়েই আছিল আৰ্যাবৰ্তৰ শিষ্টজন-সম্মত ভাষা, অৰ্থাৎ Lingua Franca ৰূপেই পৰিগণিত হৈছিল। আকৌ মাৰ্কণ্ডেয়য়ো (১৭শ শতিকা) প্ৰাকৃত সৰ্বস্বত অপভ্ৰংশৰ বিষয়ে আলোচনা কৰি গৈছে। ইয়াৰ উপৰিও পিচেল, গ্ৰীয়াৰ্ছন, ব্লক, ভাণ্ডাৰকাৰ আদিয়েও অপভ্ৰংশ সম্পৰ্কে কিছু মতামত দি গৈছে। এওঁলোকে মধ্য-ভাৰতীয় আৰ্য ভাষাৰ কালছোৱাৰ শেষ স্তৰৰ জনসাধাৰণৰ কথিত ভাষাকে অপভ্ৰংশ আখ্যা দিছে। ভাৰতীয় আৰু অনা-ভাৰতীয় এই পণ্ডিতসকলৰ আলোচনাৰপৰা অনুমান কৰিব পাৰি যে মধ্য-ভাৰতীয় আৰ্য ভাষা, ব্যাপক অৰ্থত প্ৰাকৃত স্তৰৰ যিটো সাৰ্বজনীন ভাষা অশিষ্ট লোক-সাহিত্যৰ বাহন হৈ পৰিছিল সেই ভাষাটোৱেই আছিল প্ৰাচীন অপভ্ৰংশ। সেই অপভ্ৰংশৰ পৰৱৰ্তী যিটো ৰূপৰপৰা আধুনিক ভাৰতীয় আৰ্য ভাষাসমূহে স্বকীয় ৰূপ লৈছিল সেইটো অপভ্ৰংশকে অৱহট্‌ঠ বুলি কোৱা হয়।

অপভ্ৰংশত ৰচিত গ্ৰন্থাদি সংখ্যাত তাকৰ।[১৬] বিক্ৰমোৰ্বশী আদি সংস্কৃত নাটক কেইখনমানত প্ৰাচীন অপভ্ৰংশৰ নিদৰ্শন পোৱা যায়। জৈন-সাহিত্যৰ অন্তৰ্গত স্বয়ম্ভুৰ পউমচৰিঅ, পুষ্পদন্তৰ মহাপুৰাণ, সোমদেৱৰ যশস্তিলক, হৰিভদ্ৰৰ সমৰাইচ্চকহা, আৰু নেমিণাহচৰিঅ, শ্ৰীশচন্দ্ৰৰ কথাকোষ, ৰামসিংহৰ পাহুড়দোহা আৰু জীনদত্তৰ উপদেশ ৰসায়ণৰস অপভ্ৰংশ ভাষাত ৰচিত উল্লেখযোগ্য গ্ৰন্থ। এই যুগৰ শেষৰ ফালে

১৬ দ্ৰষ্টব্য— আৱৰণ।

আব্দুৰ ৰহমান বিৰচিত শৃঙ্গাৰ ৰসাসিক্ত প্ৰণয়কাব্য সংনেহৰাসয় (=সন্দেশৰাসক) আৰু পিঙ্গলাচাৰ্য ৰচিত প্ৰাকৃতপৈঙ্গল এই যুগৰে অৰ্বাচীন অপভ্ৰংশত ৰচিত আন দুখন উল্লেখযোগ্য কাব্য।

প্ৰাচীন অপভ্ৰংশৰ নিদৰ্শন—

"হউঁ পঈঁ পুচ্ছিমি আঅক্খহি গঅবৰু
ললিঅ পহাৰে নাসিঅ-তৰুবৰু
দূৰবিণিজ্জিঅ সসহৰ কন্তী
দিট্ঠী পিঅপঈং সম্মুহ জন্তী।" (*বিক্ৰমোৰ্ৱশী : ৪ৰ্থ অংক*)

অৰ্থাৎ 'হে গজবৰ, মৃদু আঘাতেৰে তুমি বিশাল বৃক্ষকো ভূপতিত কৰা, তোমাক মই সুধিব খোজোঁ— মোৰ যি প্ৰেয়সীয়ে চন্দ্ৰ-কান্তিকো জয় কৰিছে সেই পতিব্ৰতাক তোমাৰ সম্মুখেদি যোৱা দেখিছানে?'

পৰৱৰ্তী অৰ্বাচীন অপভ্ৰংশৰ নিদৰ্শন—

"ণয়ৰণামু সামোৰু সৰোৰুহ দলনয়ণি
ণায়ৰজণসংপুণ্ণু হৰিস সসিহৰবয়ণি।
ধবলতুংগপায়াৰিহি তিউৰিহি মংডিয়উ
ণহু দীসই কুই মুক্খু সয়লু জণু পংডিয়উ।।" (*সন্দেশৰাসক*)

অৰ্থাৎ 'হে কমলদলনয়নী, মোৰ নগৰখনৰ নাম সাম্বপুৰ (=সামৰু)। হে চন্দ্ৰ-বদনী, সুখী নাগৰিকেৰে এই নগৰ পৰিপূৰ্ণ। বগা ওখ প্ৰাচীৰেৰে আবৃত এই নগৰৰ পদূলিবোৰ সুসজ্জিত। তাত অশিক্ষিত লোক দেখা নাযায়, সকলোৱে শিক্ষিত।'

অপভ্ৰংশ ভাষাৰ প্ৰধান বিশেষত্ববোৰ তলত দিয়া হ'ল :—

১। -ৱ->-উ। যেনে— আহৱ>আহউ।
২। -উ-ৰ পূৰ্বস্থিত ম লোপ পায়। যেনে— যমুনা>জউণা, সম্পূৰ্ণ>সউণ্ণু।
৩। পদ মধ্যস্থিত -ম->-ৱঁ-(-ৱ-)। যেনে— কমলঃ>কমলু>কৱঁলু, তৃণ সমম্>তিণ সৱ>তিণ সৱঁ, নমস্তনাম্>নৱন্তাইঁ, প্ৰমাণ>পমাণ>পৱঁাণ।
৪। দীৰ্ঘস্বৰৰ হ্ৰস্বতা লাভ। যেনে— গৌড়াধীপতি>গউডাহিৱই, তৰুণী>তৰুণি, স্থলী>থলী>থলি, মূলাৱলী>থূলাৱলী>থূলৱলি।
৫। প্ৰথমাৰ একবচনত বিভক্তিহীনতা, নাইবা -উ বিভক্তিৰ প্ৰয়োগ। যেনে— কোমলম্>কোমল, সঃ>সু, পথিকঃ>পহিঅ>পহিয়>পহিউ, হৃদঃ>হৃদু, ৰাসকঃ>ৰাসউ, নগৰম্>ণঅৰু, ণয়ৰু।
৬। -ডা, -ডী, -উঅ, -উল্লী, -ইল্ল আদি অনেক স্বাৰ্থিক প্ৰত্যয়ৰ প্ৰয়োগ। যেনে— বাল+ইল্ল>বালইল্ল>বাইল্ল, সেইদৰে পহিল্ল।

৭। বিভিন্ন কালত শতৃ প্ৰত্যয়ান্ত পদৰ প্ৰয়োগ। যেনে— পৰহংতু, চল্লংতিয়, চায়ংতী।

৮। -ক্ত্বাচ্>-ইবি। যেনে— সৰলীকৃত্য=সৰলায়িত্বা>সৰলাইবি, ত্যজ্+ত্বাচ্ = তাজিত>চইবি।

৯। শব্দ আৰু ধাতুৰূপৰ ক্ষেত্ৰত বহুখিনি সৰলীভৱন।

১০। সৰ্বনাম পদৰ ভালেমান নতুন নতুন ৰূপৰ প্ৰয়োগ। যেনে— তুম্হাৰ, আম্হাৰ; তই, মই (কৰ্ম-কৰণ-অধি-একবচন) ; তুহ, তুহ্ম, তুম্ম, মহু, মজ্ঝু (সম্বন্ধ একবচন); তুম্হে, অম্হে (কৰ্তৃ বহুবচন); এহ, তেহ, জেহ, কেহ ইত্যাদি।

১১। দেশী শব্দৰ বহুল প্ৰয়োগ।

১২। সংস্কৃতৰ প্ৰভাবহীনতা।

অপভ্ৰংশৰ উপভাষাসমূহৰ ভিতৰত ব্ৰাচড়ক, নাগৰক, উপনাগৰক, বৈদৰ্ভী, গৌড়ী, পাঞ্চালী, টক্কী, সিংহলী, শাকাৰী, শাবৰী, চাণ্ডালী, আৱন্তী, কৈকেয় পৈশাচিকা আৰু চূলিকা পৈশাচিকা আদিয়েই উল্লেখযোগ্য। সিবোৰৰ ভিতৰত নাগৰক উপভাষা প্ৰধান।

নাগৰকৰ প্ৰধান বিশেষত্ববোৰ হ'ল—

১। শ, ষ>স, য়>জ, ন>ণ।

২। স্বৰ মধ্যৱৰ্তী ক আৰু গ লোপ পায়; স্বৰমধ্যৱৰ্তী প আৰু ফ>ব আৰু ভ।

৩। খ, ঘ, থ, ভ>হ।

৪। তৃতীয়াৰ একবচনত -এঁ বিভক্তিৰ প্ৰয়োগ।

৫। দীৰ্ঘ স্বৰৰ হ্ৰস্বতা প্ৰাপ্তি।

৬। শব্দৰ প্ৰয়োগত লিঙ্গ-ভেদাভেদত শিথিলতা।

৭। নতুন নতুন প্ৰত্যয়, বিভক্তি আৰু অনুসৰ্গৰ প্ৰয়োগ।

৮। যুক্ত ব্যঞ্জনৰ য-ফলা লোপ কিম্বা ৰ-ফলাৰ প্ৰয়োগ।

৯। -ডা আৰু -ডী স্বাৰ্থিক প্ৰত্যয়ৰ বহুল প্ৰয়োগ।

অপ্ৰভ্ৰংশৰ অৰ্বাচীন বা শেষ স্তৰটোৰ নামেই হ'ল অৱহট্‌ঠ বা অৰ্বাচীন অপভ্ৰংশ। ই দৰাচলতে অপভ্ৰংশৰ শেষৰ স্তৰ আৰু নব্য ভাৰতীয় আৰ্যভাষাৰ অন্তৰ্বৰ্তী কালৰ ভাষা। অতি সূক্ষ্ম বিচাৰ অবিহনে ইয়াৰ অস্তিত্ব আলোচনা কৰা সম্ভৱ নহয়। ক্ৰমদীশ্বৰৰ সংক্ষিপ্তসাৰত এই অৱহট্‌ঠ কথাবাৰৰ উল্লেখ আছে। তেওঁৰে সমসাময়িক টীকাকাৰ অদ্বয়বজ্ৰই সৰহৰ দোহাকোষ পঞ্জিকাত অপভ্ৰষ্টৰূপৰ উদ্ধৃত অৱহট্‌ঠ ভাষাক অভিভ্ৰষ্ট ৰূপে অভিহিত কৰিছে— "দোহাঅভিভ্ৰষ্ট-ৰচনয়স্যোতি।" ইয়াৰ ব্যুৎপত্তি এনেধৰণৰ— অপভ্ৰষ্ট+বিভ্ৰষ্ট>অপিভ্ৰষ্ট, অভিভ্ৰষ্ট>অবিহট্‌ঠ>অৱহট্‌ঠ। প্ৰাকৃত-অপভ্ৰংশৰ বিকৃত ৰূপ

এই অৰ্থত উক্ত শব্দ ব্যৱহৃত হোৱা বুলি অনুমান হয়। অবহট্‌ঠৰ কাল সাধাৰণভাবে খৃষ্টাব্দ ৮০০-অৰ পৰা ১২০০ বুলি ধৰা হয়। ইয়াৰ পাছতো অবহট্‌ঠ ভাষাত পুথি ৰচিত হৈছে। সেইবাবেই ড° সুকুমাৰ সেনে ১৪শ-১৫শ শতিকালৈকে অবহট্‌ঠৰ কাল বুলি মন্তব্য দিব খোজে।

অবহট্‌ঠ ভাষাত ৰচিত গ্ৰন্থ সংখ্যাত তেনেই তাকৰ। হেমচন্দ্ৰৰ ব্যাকৰণত অবহট্‌ঠ কবিতাৰ উদ্ধৃতি পোৱা যায়। জৈন-বৌদ্ধ-যোগপন্থীসকলে জনসাধাৰণৰ লৌকিক ভাষা বুলি অৰ্বাচীন অপভ্ৰংশৰ প্ৰতি বিশেষ সমাদৰ দেখুৱাইছিল। সংস্কৃত নজনা এইচাম লোকেই সম্ভৱতঃ অবহট্‌ঠক শিষ্ট ৰূপ দিবলৈ চেষ্টা কৰিছিল। নানা বিধৰ গান-কবিতা-নীতিবচন আদি যিবোৰ লোক-সাহিত্য অবহট্‌ঠত ৰচিত হৈছিল দৰাচলতে সেইবোৰেই নব্য ভাৰতীয় আৰ্য ভাষাৰ সাহিত্যক এটি নতুন বস্তুৰ সন্ধান দিয়ে। জৈনী যোগী ৰামসিংহৰ পাহুড় দোহা, পিঙ্গলাচাৰ্যৰ প্ৰাকৃত পৈঙ্গল, গাহাসত্তঈৰ কবিতাৰ অনুকৰণত ৰচিত সৰহপাদৰ দোহাকোষ অবহট্‌ঠ সাহিত্যৰ উল্লেখযোগ্য গ্ৰন্থ। আব্দুৰ ৰহমানৰ সংনেহৰাসয় (=সন্দেশ ৰাসক) এই ভাষাত ৰচিত এখনি উল্লেখযোগ্য 'দুত' কাব্য। এই ভাষাৰ শেষ উল্লেখনীয় গ্ৰন্থ হ'ল বিদ্যাপতিৰ কীৰ্ত্তিলতা আৰু কীৰ্ত্তিপতাকা। দ্বিতীয়খনে অৱশ্যে আজিও পোহৰৰ মুখ দেখা নাই।

অবহট্‌ঠৰ নিদৰ্শন—

"তৰল কমলদল সৰি জুঅ ণঅণা
সৰস সমঅ সসি সুসৰিস বঅণা
মঅগলকৰিবৰ সঅলস গমণী
কমল সুকিঅফল বিহি গড়ু ৰমণী।" (প্ৰাকৃত-পৈঙ্গল)

অৰ্থাৎ 'যাৰ চকুযুৰি চঞ্চল কমলদলৰ দৰে, যাৰ মুখখনি শাৰদীয় জোনটিৰ দৰে, যাৰ অলস গমন মদমত্ত হাতীৰ দৰে— বিধাতাই কি সুকৰ্মৰ ফলত সেই ৰমণীক সৃজন কৰিলে?'

অবহট্‌ঠৰ প্ৰধান বিশেষত্ববোৰ হ'ল—

১। সংক্ষেপণ অৰ্থাৎ উদ্বৃত্ত স্বৰ সংকোচন। যেনে—

অন্ধকাৰ>অন্ধআৰ>আন্ধাৰ,
কলহকাৰিণী>কলহআৰিণী>কলহাৰিণী,
জানিত (=জ্ঞাত)>জানিঅ>জানী,
বাহ্যতে>বাহিঅদি>বাহিঅই>বাহী,
চৰ্যপাদৈঃ =*চৰ্যপাদকেভিঃ>চজ্জাবাঅএহিঁ >চৰ্বা এহিঁ
চৰ্বাইহিঁ, ৰাজা=*ৰাজিক>ৰাইঅ>ৰাই

ইন্দ্ৰিয়>ইন্দ্ৰিঅ>ইন্দি,
মৃত্তিকা>মট্টিকা>মট্টিআ>মট্টি,
ময়ূৰ>মউৰ>মোৰ, তাদৃশ>তাইস>তইস>তেহ।

২। পদান্তস্থিত- এ, -ও>-ই, -উ যথাক্ৰমে। যেনে—
পৰঃ>পৰো>পৰু, দেবঃ>দেবো>দেও>দেউ,
সকলঃ>সঅলঃ>সয়লু, মৰে (=মনসি)>মণি,
স্নেহে>ণেহে>ণেহি।

৩। পদান্ত স্বৰৰ অনুনাসিকতা। যেনে—
অহম্ =* অহকম্>হউঁ, স্বয়ম্>সইঁ।

৪। পদৰ আদি বা মধ্যত থকা এ>ই। যেনে—
ঐক্য (=একঃ) এক>এক্ক>ইক্ক,
প্ৰেক্ষ>পেক্‌খ>পিক্‌খি,
প্ৰেক্ষণ>পেচ্ছণ>পিচ্ছিবিঃ (ণ>ব),
যেন>জেন>জিনি।

৫। পদান্তস্থিত অম্-ৰ-ম্-লোপ বা উ-লৈ পৰিবৰ্তিত হয়। যেনে—
নৰম্>নৰঃ>নৰু>নৰ,
নগৰম্>ণঅৰু, ণয়ৰু>ণয়ৰ/ণৰু,
প্ৰিয়>পিউ/পিঅ, প্ৰাকৃতম্>পায়উ,
যুগলম্>জুয়লু, মধ্যম্>মজ্ঝু।

৬। লিঙ্গ পৰিবৰ্তনৰ নিয়মত শিথিলতা।

৭। ষষ্ঠীৰ একবচনত -হ বিভক্তিৰ প্ৰয়োগ। যেনে—
অন্যাস্যাঃ>অন্নস্সা>অন্নহ, একস্যা>ইক্কহ,
আত্মস্য>অপ্পস্স>অপ্পহ, তব>তুহ,
বিজয়নগৰস্য>বিজয়ণয়ৰহ/বিজয়ণয়ৰু,
প্ৰবহন্তকস্য=*প্ৰবহন্তস্য>পবহন্তেয়হ, মুগ্ধায়াঃ>মুদ্ধহ।
কিন্তু কোনো কোনো পদত ষষ্ঠীত -ক বিভক্তিৰ প্ৰয়োগ। যেনে—
ধৰ্মক>ধৰ্মস্য, বিত্তক>বিত্তস্য।

৮। কুম্ৰাৰ্থবাচক -ইক প্ৰত্যয়ৰ যোগত স্ত্ৰীলিঙ্গ শব্দ গঠন।

৯। তৃতীয়াৰ একবচনত -এঁ বিভক্তিৰ প্ৰয়োগ। যেনে—
যেন>*জেণ্ঠ>জে, পুত্ৰেণ>পুত্তেণ্ঠ>পুত্তেঁ,
জাতেন>জাএণ্ঠ>জাএঁ, ত্ৰয়া—ত্বয়েন>তুয়েঁ,

তেন>তেঅঁ>তেঁ, যশস্য=যশেন>জসেঁ।

১০। বিভক্তিহীনতা অৰ্থাৎ পদত সকলো কাৰকতে মাজে মাজে বিভক্তিযুক্ত নোহোৱাটো অবহট্‌ঠৰ এটা অতি মন কৰিবলগীয়া কথা। ইয়াক আন ধৰণেও ক'ব পাৰি— শূন্য বিভক্তি বা বিভক্তিৰ উহ্যকৰণ।

১১। নতুন নতুন অসংস্কৃত অৰ্থাৎ দেশী শব্দৰ প্ৰয়োগ। যেনে— কিবি (=কিছু), তিবি কিবি (=কিছু কিছু), সংঝসিয় (=প্ৰচুৰ), সিহণ (=স্তন), ৰেহংতি (=শোভিত), কুট্টি (=খণ্ড), চম্নহি (=খুলি অহা কাপোৰ), চম্ন (=স্খলন), তুৰক্কি (=তীক্ষ্ণ), মল্‌হিৰউ (=লীলায়িত), কণুঝুণউ (=কণুজুনু), ঝসুৰ (=তামোল-চূণ পাণেৰে সৈতে), ঘল্লই (=দলিওৱা), পিকি (=তামোলৰ পিক), উত্তাৰলি (=আকুল), গজ্জই (=শোভিত), ৰংক (=পবিত্ৰ), চম্পিজ্জই (=দখল কৰা), বড্‌ডাই (=ডাঙৰ, বৰ), ঘেপ্পন্তি (=লাভ কৰা) ইত্যাদি। সেইদৰে আৰবী, ফাৰ্ছী শব্দৰো প্ৰয়োগ দেখা যায়। যেনে— ওল্লা (=মুছলমানৰ সাধাৰণ নাম, আধুনিক =বালা), সাহি (=শাহ), মেচ্ছসৰীৰ (=মুছলমানসকল এই অৰ্থত ব্যৱহাৰ হৈছে)।

১২। -ড আৰু -উল্ল স্বাৰ্থিক প্ৰত্যয়ৰ প্ৰয়োগ। যেনে— অৰণ্য>ৰণ্ণডঅ, দেশ>দেসডঅ, দোষ>দোসড।

১৩। কাৰকৰ সংখ্যা হ্ৰাস পাই মাত্ৰ তিনিটা ৰূপত বৈছেগৈ[১৭] (ক) কৰ্তৃ-কৰ্ম, (খ) সম্প্ৰদান-অপাদান-সম্বন্ধ, আৰু (গ) অধিকৰণ-কৰণ।

১৪। যুক্ত ক্ৰিয়াৰ (Compound verb) ব্যৱহাৰৰ সূত্ৰপাত। যেনে— বিসাম কৰু=বিশ্ৰাম্যতাম্, বাট বহন্তে=পথং বহন/গচ্ছন্, ন কৰব সেৱা=ন ক্ৰিয়তাং সেৱা, মুকউ চিত্তগঞ্জ কৰু=মুক্তঃ চিত্তগজেন্দ্ৰঃ ক্ৰিয়তাম্।

১৫। কবিতাৰ ছন্দত সমমাত্ৰিকতা আৰু অন্ত্যানুপ্ৰাস অবহট্‌ঠৰ বিশেষ উল্লেখযোগ্য বৈশিষ্ট্য।

১৭ দ্ৰষ্টব্য— Tagare প্ৰণীত *Historical Grammar of Apabhramsa*, P.74.

## চতুৰ্থ অধ্যায়

# প্ৰাকৃত শব্দভাণ্ডাৰ

ভাষাৰ শ্ৰেষ্ঠ সম্পদ হ'ল শব্দ ভাণ্ডাৰ। শব্দ ভাণ্ডাৰ যিমানে সমৃদ্ধ হয় ভাষাও তিমানে উন্নত হয়। ধাতু আৰু শব্দত নানা প্ৰত্যয়াদি যোগ কৰি নতুন নতুন শব্দ সৃষ্টি কৰা হয়, সেইদৰে আন ভাষাৰ পৰাও প্ৰয়োজন অনুসৰি নতুন নতুন শব্দ আহৰণ কৰি ভাষা-সাহিত্যত স্থান দিয়া হয়। বিদেশী শব্দ আহৰণৰদ্বাৰাও ভাষাৰ শব্দ-সম্ভাৰ চহকী হয়। সকলো ভাষাৰ ক্ষেত্ৰতে সাধাৰণভাৱে এই কথা প্ৰযোজ্য। প্ৰাকৃত ভাষা তাৰ ব্যতিক্ৰম নহয়। প্ৰাকৃত ভাষাত বৈদিক সংস্কৃতৰপৰা সৰকি অহা সংস্কৃত মূলজ শব্দৰ সংখ্যাই সৰ্বাধিক। প্ৰাকৃতত প্ৰচলিত শব্দৰাজি চাৰি ভাগত ভাগ কৰিব পাৰি— (১) মৌলিক, (২) দেশী বা দেশজ, (৩) বিদেশী, আৰু (৪) মিশ্ৰ।

(১) মৌলিক শব্দসমূহ আচলতে সংস্কৃতৰ নিজস্ব শব্দ। সেই শব্দখিনি হুবহু কিম্বা কিছু পৰিবৰ্তন ঘটি প্ৰাকৃতত প্ৰৱেশ কৰিছেহি। সেই মৌলিক শব্দখিনি আকৌ দুভাগত ভাগ কৰিব পাৰি— (ক) তদ্ভৱ, আৰু (খ) তৎসম।

(ক) তদ্ভৱ শব্দসমূহ মূলতে সংস্কৃত, কিন্তু সেই সংস্কৃতৰপৰা কিছু বিকৃতি ঘটি, যেনে·—ধ্বনি আদিৰ সাল-সলনি ঘটি অধিক সৰল হৈ প্ৰাকৃতত স্থান পোৱা যিবোৰ শব্দ সেইবোৰকে তদ্ভৱ শব্দ বোলা হয়। 'তৎ' অৰ্থাৎ সংস্কৃত আৰু 'ভব' অৰ্থাৎ জাত; চমুকৈ সংস্কৃতৰপৰা অহা শব্দ। যেনে— অদ্য>অজ্জ, অৰ্দ্ধ>অদ্ধ, ইদৃশ>ইৰিশ/স, উপাধ্যায়>উবজ্জাঅ, কৰ্তব্য>কাদব্ব, কৰ্ম>কম্ম, কাব্য>কব্ব, কৃষ্ণ>কণ্হ, গ্ৰীষ্ম>গিম্হ, চক্ৰ>চক্ক, তৈল>তেল্ল, প্ৰাকৃত>পাইঅ/পাউঅ, ব্ৰাহ্মণ>বম্হণ, মধ্যম>মজ্ঝম/মজ্ঝিম, সত্য>সচ্চ, শৃগাল>শিআল, স্নেহ>সিণেহ, স্থবিৰ>থইৰ/থেৰ, হৃদয়>হিঅঅ, সংস্কৃত>সক্কঅ, ইত্যাদি।

(খ) তৎসম শব্দসমূহ মূলতে সংস্কৃতৰপৰা কোনো সাল-সলনি নোহোৱাকৈ অবিকল সেইদৰে যিবোৰ শব্দ প্ৰাকৃতত সোমাই পৰিছে সেইবোৰ শব্দকে তৎসম শব্দ বোলা হয়। 'তৎ' অৰ্থাৎ সংস্কৃত আৰু 'সম' অৰ্থাৎ সমান; চমুকৈ সংস্কৃতৰ সমান বা একে শব্দ। যেনে—

অঙ্গ, ইচ্ছা, কুন্তল, কুমাৰ, কূপ, গঙ্গা, গন্ধ, ছন্দ, জবা, জল, জীব, তক, দশ, দূৰ,

দেৱ, নৰ, পণ্ডিত, বাল, মঙ্গল, মুণ্ড, ৰমণী, ৰাজা, লোক, সম, সিদ্ধ, সুখ, ইত্যাদি।

(২) দেশী বা দেশজ শব্দসমূহ দৰাচলতে প্ৰাকৃত ভাষা প্ৰচলিত অঞ্চলৰ অনা-আৰ্য ভাষা অৰ্থাৎ সংস্কৃত ভিন্ন ভাষাৰপৰা আহৰিত শব্দ। আৰ্য ভাষা-ভাষীসকলে অনা-আৰ্য ভাষাভাষী লোকৰ লগত নানা কাৰণত এটা সম্পৰ্ক ৰাখি আহিবলগীয়া হৈছিল আৰু সেই সম্পৰ্কৰ পৰিণতি স্বৰূপে যিসকলৰ ভাষাৰ উপাদান বিশেষকৈ কিছুমান শব্দ প্ৰাকৃতত সোমাই পৰিল। দেশীয় ভাষাৰপৰা আহৰিত বাবেই এই শব্দসমূহক দেশী বা দেশজ আখ্যা দিয়া হৈছে। এনেকুৱা কিছুসংখ্যক শব্দ সংস্কৃতৰ জৰিয়তেও আহিছে; কিন্তু সৰহসংখ্যকেই পোনপটীয়াকৈ আহিছে বুলি অনুমান কৰা হয়। যেনে—

কিবি 'কিছু', কুট্টি 'খণ্ড', কোড়ড 'ইচ্ছা', খল্ল 'খাল', খডক্কিআ 'কাষদুৱাৰ-খিড়িকী', 'ঘল্ল 'নিক্ষেপ', চক্কল 'ঘূৰণীয়া', চঙ্গ 'সুন্দৰ', ছইল্ল 'বিদগ্ধ', ছোল্ল 'চাফ কৰা', ছল্ল বাকলি / চলি কাঠ,' ঝসুৰ 'এখন তামোল', তুৰক্কি 'তীক্ষ্ণ', গজ্জই 'শোভিত', ভসল 'ভোমোৰা', বড়ডাই 'বৰ/ডাঙৰ', ভুল্ল 'ভুল', মদহ 'অলপ', মৰট্ট 'অহংকাৰ/গৰ্ব', মেল্ল 'খুলি দিয়া', ৰংক 'দুখীয়া', ৰেহংতি 'শোভিত', সিহণ 'স্তন', সংঝসিয় 'প্ৰচুৰ', লট্ঠঅ 'মনোৰম', ইত্যাদি।

(৩) বিদেশী শব্দসমূহ দৰাচলতে প্ৰাকৃত অধ্যুষিত অঞ্চলৰ আৰ্য নাইবা আৰ্যেতৰ কোনো ভাষাৰ পৰাই আহৰিত শব্দ নহয়, বিদেশৰ অন্যান্য ভাষাৰপৰা আহৰিত শব্দখিনিকে বিদেশী শব্দ আখ্যা দিয়া হয়। বিদেশী ভাষা-ভাষী লোকৰ লগত সম্পৰ্ক হোৱাৰ ফলত, কিম্বা সংস্কৃতৰ জৰিয়তে প্ৰাকৃতত এইবোৰ শব্দৰ অনুপ্ৰবেশ ঘটিছে। সেই শব্দবোৰৰ এটা ক্ষুদ্ৰ তালিকা তলত দিয়া হ'ল।

দ্ৰাবিড়[১] শব্দ : মোৰ>ময়ূৰ, কুন্তল, মুউল>মুকুল, মালা, পণ্ডিত, পূজা, কুট্ট (=সৰু সৰুকৈ কটা), চুম্ব্, পুপ্‌ফ>পুষ্প, মহিলা, মুডঅ 'কুলি/মজদুৰ', কুণ্ডেৰ 'মাটিৰ জোখ', ইত্যাদি।

অষ্ট্ৰিক শব্দ : জল, গঅ>গজ, ডিম্ব, তাৰোঁল>তাম্বুল, টঙ্ক 'ওখ ঠাই'।

গ্ৰীক শব্দ : দম্ম 'দাম', সমিত 'ফুল', সুৰঙ্গ 'সুৰংগ', হোৰা 'ঘণ্টা' ইত্যাদি।

ইৰাণীয় শব্দ : দিপি>লিপি, মুদ্দ 'মুদ্ৰা', কাহাৱণ 'বস্তুৰ মান বিশেষ', সাহি 'ৰজা', হিন্দডা 'ৰজাৰ উপাধি', সুলতান, হজাৰো, ইত্যাদি।

আৰবী শব্দ : কিতেবা 'কিতাপ', গুলামো 'চাকৰ', তবেল্লা 'তবলা', সলামো 'নমস্কাৰ', ইত্যাদি।

---

১ দ্ৰষ্টব্য— Dr. S K. Chatterji-ৰ প্ৰবন্ধ 'Dravidian Origins and the Beginning of Indian Civilization' : Modern Review, 1924-December.

মংগোল-গোষ্ঠীৰ তুৰ্কী শব্দ : তুৰুক্ক, তুলুক্ক, তুলক<তুৰ্কী, তুৰ্ক 'মুছলমান সৈনিক'; ঠক্কুৰ<তিগিৰ 'সন্মানসূচক শব্দ', ইত্যাদি।

(৩) মিশ্ৰ শব্দসমূহ দৰাচলতে একাধিক ভাষাগত উপাদানেৰে গঠিত শব্দ অৰ্থাৎ প্ৰাকৃত ভাষাৰ শব্দৰ লগত আন কোনো ভাষাৰ উপাদান কিম্বা আন ভাষাৰ মূল শব্দৰ লগত প্ৰাকৃত উপাদান মিশ্ৰিত হৈ গঠিত হোৱা বাবেই এইবোৰক মিশ্ৰ শব্দ বোলে। এনেকুৱা শব্দ প্ৰাকৃতত তেনেই তাকৰ। আধুনিক ভাৰতীয় আৰ্য ভাষাত মিশ্ৰ শব্দ বেছি। তলত কেইটামান এনেকুৱা শব্দ দিয়া হ'ল।

লডহ্ 'সুখাব', অক্খোহিণী/অক্খোভনী, চক্খই 'সোৱাদ লোৱা', ঘল্লই 'দলিওৱা', খেপ্পন্তি 'লাভ কৰা', চংগিম 'সুন্দৰ', উত্তাবলি, ইত্যাদি।

ওপৰত আলোচনা কৰা শব্দসমূহৰ উপৰিও আৰু কিছুমান শব্দ প্ৰাকৃতত পোৱা যায়, সেইবোৰ কোনো শব্দ বা ধ্বনিৰ অনুকৰণত সৃষ্টি হোৱা কাৰণে সিহঁতক ধ্বন্যাত্মক শব্দ বুলি ক'ব পাৰি। এনেকুৱা শব্দ সংখ্যাত তাকৰ। যেনে— ঢক্কা, ঝংকাৰ, তিবি কিবি, ৰুণুঝুণউ, ইত্যাদি।

এই প্ৰসংগতে প্ৰাকৃতত প্ৰচলিত প্ৰবাদ বাক্য বা বাগ্ৰীতিৰ কথাও উল্লেখ কৰিব পাৰি। এইবোৰ আচলতে বাক্ভংগীৰ অন্তৰ্ভুক্ত বস্তু। তলত কেইটামান উল্লেখ কৰা হ'ল— অপূৰ্ব্বং অচৰিমং=আগলৈকো নাই, পাছলৈকো নাই; ভত্তং বড়্ঢেদি=জীৱিকা বাঢ়িল, পিট্ঠিত পিট্ঠিত=পিঠিয়ে পিঠিয়ে, মনং কৰোতি=মন কৰে, অত্তণাং তক্কেও=নিজৰ বেলি আতি-পতি, কথচি=ক'ৰবাত ক'ৰবাত, গচ্ছন্তে গচ্ছন্তে কালে=কালক্ৰমে, কদাচি কদাচি=কেতিয়াবা কেতিয়াবা, মালেধ কুন্তেধ বা =মাৰকেই বা কাটকেই, শউলাণং মুহং পেস্কশি=কুকুৰৰ মুখ দেখা, শিগ্ঘং শিগ্ঘং=তত্তাতৈয়াকৈ, পানী ছিপ্পই=পানী চুই, হত্থে ঠবিঅউ=হাত কৰি, পঅভৰ মেইণি কম্পই=পদৰ ভৰত মেদিনী কঁপাই, দেবহ্ লিক্খিত কেণ মেটাআ=দৈৱৰ লিখন কোনে খণ্ডাব, ইত্যাদি। □

# পাতনি

স্নাতক বা স্নাতকোত্তৰ শ্ৰেণীত সাধাৰণতে নাটককো পাঠ্যক্ৰমৰ অন্তৰ্ভুক্ত কৰা দেখা যায়; তাৰ অধিকাংশই হ'ল প্ৰাকৃত। পৰীক্ষকসকলৰ যেনেকুৱা ধাৰণাই নাথাকক বেছিভাগ সংস্কৰণতে মূল পাঠৰ লগত একে পৃষ্ঠাতে থকা সংস্কৃত 'ছায়া' পঢ়িয়েই শিক্ষাৰ্থীসকলে কাম চলায়। এইদৰেই শিক্ষাৰ্থীসকলৰ পঢ়া আৰম্ভ হয়। তাৰ পিছতহে তেওঁলোকে প্ৰাকৃত পঢ়িবলৈ ধৰে। সেই সময়ত তেওঁলোকে সততে লক্ষ্য ৰাখে সংস্কৃতৰ লগত প্ৰাকৃতৰ কোন কোন বিষয়ত মিল আৰু কোন কোন বিষয়ত অমিল। এইদৰে যি খণ্ডৰ সংস্কৃত ৰূপান্তৰৰ লগত, আৰু তাৰ লগে লগে সম্ভৱতঃ ইংৰাজী অনুবাদৰ লগত আগতেই যাৰ পৰিচয় হয়, তাৰ কাৰণে এইবোৰ বুজিবলৈ অসুবিধা নহয়। তদুপৰি যিবোৰ ছাত্ৰই পাঠ্যক্ৰম পঢ়াত কিছুমূৰ আগবাঢ়ি তেওঁলোকৰো পঢ়োঁতে কেতিয়াবা সামান্য অসুবিধা হ'লেই চকু পোনেই তলত থকা 'ছায়া'লৈ নামি আহে। ফলত কোনো ছাত্ৰৰ বাবেই কোনো এবিধ প্ৰাকৃতৰে আচল জ্ঞান সম্ভৱ নহয়। তাৰ বাবে অৱশ্যে ছাত্ৰক দোষ দিয়া নাযায়। যিকোনো কিতাপৰ বিভিন্ন সংস্কৰণসমূহ ছাত্ৰবোৰে পঢ়িবলগীয়া হয়, সেই সকলোবোৰবে প্ৰাকৃতাংশ সাধাৰণতে ভ্ৰমসংকুল। তদুপৰি আৱশ্যক অনুসৰি আলোচনা কৰিবলৈ নিৰ্ভুল অথবা নিৰ্ভৰযোগ্য এনেকুৱা এখন পুথি নাই যিখন পঢ়ি ছাত্ৰসকলে প্ৰাকৃতৰ বিধিবিধান সম্পৰ্কে জ্ঞান লাভ কৰিব পাৰে। এই প্ৰাকৃত পুথিখনৰ অন্যতম অভিপ্ৰায় হৈছে ছাত্ৰসকলৰ পাঠ্য সংস্কৃত নাটকৰ শৌৰসেনী আৰু মাহাৰাষ্ট্ৰী অংশসমূহ অধিকতৰ মনোনিৱেশ আৰু যুক্তিৰে সৈতে অধ্যয়নৰ উপযোগী এখনি প্ৰাথমিক পুথি প্ৰস্তুত কৰা।

এই পুথিৰ প্ৰধান উদ্দেশ্য অৱশ্যে বৈদিক কালৰেপৰা আৰম্ভ কৰি বৰ্তমান কাললৈকে সুবৃহৎ ভাৰতীয় আৰ্য ভাষাৰ ইতিহাস চৰ্চাকাৰী তথা অধ্যয়নকাৰীসকলক সহায়তা কৰা। যিকোনো এজন ভাৰতীয় ছাত্ৰই অন্ততঃ এটা নব্য ভাৰতীয় আৰ্য ভাষাৰ লগত ঘনিষ্ঠ সম্পৰ্ক স্থাপন কৰিহে তেওঁৰ অধ্যয়নৰ সূচনা কৰিব পাৰে। স্কুলত তেওঁ যি সংস্কৃত শিকে, তাৰদ্বাৰা প্ৰাচীন ভাষাটোৰ 'নিয়মাবদ্ধ সাহিত্যিক ৰূপ (steriotyped literery form)' ৰ লগতহে তেওঁৰ পৰিচয় ঘটে। বিশ্ববিদ্যালয়ত সংস্কৃত পঢ়িবলৈ লোৱাৰ লগে লগে তেওঁ জানিবলৈ সক্ষম হয় যে বৈদিক ভাষা ভাৰতীয় আৰ্য ভাষাৰ

আৰু বেছি প্ৰাচীনতৰ ভাষাৰ নিদৰ্শন। সেই সম্পৰ্কে নিৰ্ভুল সংস্কৰণৰ পাঠ্যগ্ৰন্থ আৰু বহু প্ৰয়োজনীয় মতামত পঢ়ি চোৱাৰ নিৰ্ভৰযোগ্য পুথি আছে! (বিশেষভাৱে পঢ়িবলৈ কব পাৰি— *'A Vedic Grammar for Students*, A.A Macdonell; Clarendon Press, ১৯১৬।

**মধ্যস্তৰ :** এই স্তৰ কিছু পৰিমাণে অবহেলিত। ভাৰতবৰ্ষতেই সংস্কৃততকৈও মধ্যকালৰ প্ৰাকৃতসমূহ আৰু বেছি 'মৃত' ভাষা যেন হৈ পৰিছে। ভাৰতৰ বাহিৰৰ পণ্ডিতসকলে সৰ্বপ্ৰাচীন বৌদ্ধ শাস্ত্ৰবোৰৰ ভাষা পালিৰ মাজত এই স্তৰৰ নিৰ্ভৰযোগ্য তথা সুবিধাজনক নিদৰ্শন লাভ কৰিছে। ভিন ভিন প্ৰাকৃতৰ মূল মূল বিশেষত্ববিলাকৰ এটা পৰিষ্কাৰ ধাৰণা ভাৰতীয় ভাষাতত্ত্বৰ ছাত্ৰসকলৰ থকা উচিত। এই পুথিয়ে সেই অভাব দূৰ কৰিব বুলি আশা কৰিব পাৰি।

**অধ্যয়ন পদ্ধতি :** প্ৰথমে এটা উপভাষা ভালদৰে শিকি লৈ তাকেই ইয়াৰ মানৰূপে ধৰি তাৰ পিছত আনবিলাকৰ লগত ইয়াৰ তুলনা কৰি শিকাটোৱেই বোধহয় সহজ উপায়। ইয়েই আছিল ভাৰতীয় বৈয়াকৰণিকসকলৰ নীতি। মাহাৰাষ্ট্ৰীকেই তেওঁলোকে অধ্যয়নৰ মানৰূপে লৈছিল; কিন্তু মাহাৰাষ্ট্ৰী ভাষাত ৰচিত গদ্যৰ যিকণ অৱশিষ্ট পোৱা যায় সেয়া জৈনসকলেহে লিখা। আকৌ যি ভাষাত নাটকীয় কবিতাবোৰ ৰচিত সেয়া এই ভাষা নহয়। পালি অধ্যয়নৰ ক্ষেত্ৰত ভালেমান সুন্দৰ সহায়ক পুথি পোৱা যায়; কিন্তু পালি ইমান পুৰণি যে তাক কেন্দ্ৰ কৰি আলোচনা কৰাও সম্ভৱ নহয়। তদুপৰি আমাৰ পাঠ্যক্ৰমতকৈ ই বেলেগ বিষয়। অৱশ্যে বৌদ্ধধৰ্ম শিক্ষাৰ্থীসকলৰ বাবে ইয়াকেই সাধাৰণতে উপযুক্ত বুলি ধৰা যায়। তদুপৰি সংস্কৃতৰ ছাত্ৰবোৰ আচলতে নাটকীয় প্ৰাকৃতৰ সংস্পৰ্শলৈহে আহে, আৰু তাৰো বেছিখিনিয়েই হৈছে শৌৰসেনী। অন্যান্য যুক্তিবোৰৰ লগত তুলনা কৰি চাই এই কাৰণতেই শৌৰসেনী আৰু মাহাৰাষ্ট্ৰীৰ ওপৰত বিশেষ জোৰ দি বিষয়টোক সাধাৰণ হিচাপে উপস্থাপিত কৰাটো নিতান্ত অপৰিহাৰ্য বুলি বিবেচিত হৈছে।

যিবিলাক ছাত্ৰই এই পুথি পঢ়িব সিবিলাকে যেন আগতে সাধাৰণ পৰিচ্ছেদবোৰ আৰু তাৰ পিছতহে দুয়োবিধ প্ৰধান নাটকীয় প্ৰাকৃতৰ পিনে বিশেষ লক্ষ্য ৰাখি ধ্বনি আৰু ব্যাকৰণ সম্পৰ্কীয় অধ্যায়বোৰ মনোযোগেৰে পঢ়ে। তাতোকৈয়ো বেছি আৱশ্যকীয় দৃষ্টান্তসমূহ ডাঙৰ আখৰেৰে ছপোৱা হৈছে— সেইবোৰ মুখস্থ কৰাই উত্তম। তাৰ পিছত §১—§১৪ পাঠলৈকে সম্পূৰ্ণভাৱে আয়ত্ত কৰি সেই জ্ঞান যিকোনো নাটকৰ পাঠত ছাত্ৰবিলাকে নিজে প্ৰয়োগ কৰিব লাগিব।[১]

১ মাত্ৰ এই দুবিধ প্ৰাকৃতৰ কাৰণে ছাত্ৰসকলে Sten Know-ৰ দ্বাৰা সম্পাদিত *Karpuramanjari* নাটক পঢ়া উচিত।

ইয়াৰ পৰবৰ্তী স্তৰটো হ'ব অধিকতৰ ভাষাতাত্ত্বিক। তাৰ ভিতৰত থাকিব ভাষাৰ বিভিন্ন স্তৰ আৰু উপভাষাবোৰৰ তুলনা— যিবোৰ ৪ৰ্থ-১০ম অধ্যায়ত সংন্নিবিষ্ট কৰা হৈছে আৰু যিবোৰৰ নমুনা দাঙি ধৰা হৈছে ১৫শৰ পৰা শেষ অধ্যায়লৈকে।[২]

পালি আৰু প্ৰাচীন প্ৰাকৃতৰ নিদৰ্শনবোৰৰ উদ্দেশ্য হ'ল পৰবৰ্তী তথা ভৱিষ্যতৰ অধ্যয়নত উৎসাহ আৰু প্ৰেৰণা যোগোৱা।

প্ৰাচীন কালৰেপৰা শব্দবোৰৰ ঐতিহাসিক ধাৰাবাহিকতা দেখুৱাৰ অভিপ্ৰায়ে ঠায়ে ঠায়ে শব্দৰ আধুনিক ৰূপ উদ্ধৃত কৰা হৈছে। ছাত্ৰবিলাকে নিজ নিজ মাতৃভাষাৰপৰা আৰু কিছু পৰিমাণে আধুনিক শব্দৰ লগত তুলনা কৰিবলৈ চেষ্টা কৰা উচিত।

আংশিক পৰিমাণে পুথিৰ লগত মিলাই লোৱাৰ সুবিধাৰ্থে আৰু আংশিক পৰিমাণে শব্দৰ ৰূপবিলাক ব্যাখ্যা কৰাৰ অবলম্বনাৰ্থে শব্দসূচীৰ সমাবেশ কৰা হৈছে।

প্ৰতিলিপি : কেইটামান বিশেষ কাৰণত ৰোমান প্ৰতিলিপি ব্যৱহাৰ কৰা হৈছে। বাৰ বছৰৰো অধিক কাল অধ্যাপনাৰ অভিজ্ঞতাৰ ফলত লেখক নিঃসন্দেহ যে ৰোমান আৰু হিন্দী দুয়োবিধ লিপিতেই অসতৰ্ক। বানানৰ বহু প্ৰচলনৰ আংশিক কাৰণ একেটাই : ধ্বনিমূল্যগত সামান্য পাৰ্থক্য থকা একে লিপিৰেই হিন্দী আৰু সংস্কৃত লিখাত প্ৰয়োগ। দেৱনাগৰী লিপিত লিখা একে শব্দকে সংস্কৃত আৰু হিন্দী দুয়ো ভাষাতে উচ্চাৰণ কৰা যায়। যেনে, भगवान 'ভগৱান' বা 'ভগ্‌বান্' ৰূপে, धर्म, 'ধৰ্ম' বা 'ধৰম্' ৰূপে, सामवेद 'সামবেদ' বা 'সাম্‌বেদ্'ৰূপে ইত্যাদি। এটা আধুনিক বানানৰ শব্দৰ ক্ষেত্ৰত প্ৰাকৃত উচ্চাৰণৰ পাৰ্থক্য ৰাখিবলৈ গ'লেই গোলমাল লাগি পৰে।

আন এটা কাৰণ হ'ল দেৱনাগৰীতকৈ ৰোমান লিপি অধিকতৰ আণৱিক (atomic) বুলি ইংৰাজীত ধ্বনিতত্ত্বৰ নীতি-নিয়মবিলাকৰ ব্যাখ্যা দিবলৈ বেছি সুবিধা হয়।

তদুপৰি যিকোনো ভাৰতীয় ছাত্ৰই আধুনিক পাণ্ডিত্যৰ লগত সমানে খোজ মিলাই চলিবলৈ হ'লে এই লিপিৰ লগত সম্পূৰ্ণৰূপে পৰিচিত হোৱা নিতান্ত দৰ্কাৰ। মৌলিক আলোচনামূলক গ্ৰন্থ আৰু প্ৰাচ্যবিদ্যাৰ সাময়িক পত্ৰিকাদি (Oriental Journals) ব্যৱহাৰ কৰিবলৈ হ'লে পাশ্চাত্য পণ্ডিতৰ দেৱনাগৰীৰ জ্ঞানৰ নিচিনাকৈ ছাত্ৰসকলৰ এই লিপিৰ জ্ঞান থকাটো দৰ্কাৰ।

প্ৰুফ সংশোধনৰ শ্ৰম আৰু প্ৰাৰম্ভিক শিক্ষাৰ্থীয়ে এই বেশত (in this guise) সংস্কৃতৰ লগত যি অপৰিচিত ভাব পোনে পোনে অনুভৱ কৰিব সেইবোৰ অসুবিধাতকৈয়ো এইবোৰ যুক্তি অধিকতৰ গুৰুত্বপূৰ্ণ যেন লাগে। সন্দেহজনক কথাত যেনে, ব্যুৎপত্তি আদিত যি ঠাইত 'নানাজনৰ নানা মত' (doctors disagree)। সেই

২ ভাষা-বৈচিত্ৰ্যৰ কাৰণে মৃচ্ছকটিকম্ নাটক সৰ্বাধিক কৌতূহলোদ্দীপক।

ঠাইত পিছেলকেই (Pischel) ওজাৰূপে লোৱা হৈছে। যিমানদূৰ সম্ভৱ পৰাপক্ষত মতবিৰোধৰপৰা আঁতৰি থকাৰ চেষ্টা কৰা হৈছে; তৰ্কমূলক কোনো কোনো বিষয়ৰ উল্লেখ কৰা হৈছে এই বুলিয়েই যে এইবিলাক বিষয়ত গৱেষণাৰ ঠাই আজিও সাহসিক উদ্যমৰ প্ৰতীক্ষাত আছে।

আমাৰ বিশ্বাস, ভাৰতীয় নাটক আৰু ভাৰতীয় ভাষাতত্ত্বৰ অধ্যয়নত সহায় কৰাৰ উপৰিও এই ক্ষুদ্ৰ পুথিখনে আমাৰ কেইজনমান ছাত্ৰ আৰু স্নাতকক সংস্কৃতবৃত্ত (sanskrit circle)ৰ বহিৰ্ভূত ভাৰতীয় চিন্তা-ধাৰণা আৰু সাহিত্যৰ ব্যাপক পৰিসৰ সম্পৰ্কে আগ্ৰহান্বিত কৰিবলৈ তথা মনোযোগ আকৰ্ষণ কৰিবলৈ সক্ষম হৈছে। এই বিষয়ত কিছু জ্ঞান নাথাকিলে মধ্যযুগৰ ভাৰতৰ জীৱন নিৰ্বাহ সম্পৰ্কে প্ৰকৃত ধাৰণা লাভ সম্ভৱ নহয়।

গুলমাৰ্গ, ১৯১৭ — এ. চি. উলনাৰ

# ৰোমান প্ৰতিলিপি

**স্বৰধ্বনি :** অ a আ ā ই i ঈ ī উ u ঊ ū এ e ও o

সংস্কৃতত ইয়াৰ বাহিৰেও ঋ ṛ ৠ ṝ ঌ ḷ ঐ ai ঔ au

**টীকা :** (১) সংস্কৃতৰ যৌগিক স্বৰধ্বনি ঐ ai, ঔ au -ৰ পৰা পৃথককৈ দেখুৱাব কাৰণে প্ৰাকৃতৰ 'অই' আৰু 'অউ' যথাক্ৰমে এইদৰে লিখা হয়— aï আৰু aü ; কিন্তু প্ৰাকৃতত -ঐ- আৰু -ঔ- ধ্বনি নথকা হেতুকে ওপৰত বিন্দু নিদিলেও ভুল কৰাৰ ভয় নাথাকে। যেনে— uttarai (=তেওঁ বা সি পাৰ হয়) 'উত্তৰই' হয়।

(২) প্ৰাকৃতত -এ- আৰু -ও- কেতিয়াবা হ্ৰস্বস্বৰূপে ব্যৱহৃত হয়। ইহঁতৰ পাৰ্থক্য দেখুৱাবলৈ এ. ĕ আৰু ŏ ৰূপে লিখা হয়। (দ্ৰষ্টব্য—§৬১)

**ব্যঞ্জনধ্বনি :**

| | | | | | | | | | |
|---|---|---|---|---|---|---|---|---|---|
| ক্ | k | খ্ | kh | গ্ | g | ঘ্ | gh | ঙ্ | ṅ |
| চ্ | c | ছ্ | ch | জ্ | j | ঝ্ | jh | ঞ্ | ñ |
| ট্ | ṭ | ঠ্ | ṭh | ড্ | ḍ | ঢ্ | ḍh | ণ্ | ṇ |
| ত্ | t | থ্ | th | দ্ | d | ধ্ | dh | ন্ | n |
| প্ | p | ফ্ | ph | ব্ | b | ভ্ | bh | ম্ | m |
| য্ | y | ৰ্ | r | ল. | ḷ | ল্ | l | ৱ্ | v |
| শ্ | ś | ষ্ | ṣ | স্ | s | হ্ | h | | |

**বিসর্গ :** (প্ৰাকৃতত নাই) ḥ

**অনুস্বাৰ ং** ṃ

**অনুনাসিক স্বৰধ্বনি লিখা হয় এইদৰে** — ã, ũ, ĩ

**টীকা :** (১) সংস্কৃতৰ -ন- প্ৰাকৃতত সাধাৰণতে -ণ- হয়; কিন্তু আন কোনো দন্ত্যবৰ্ণৰ আগত থকা -ন- একেৰকমে থাকে (অৰ্থাৎ সংস্কৃতৰ নিচিনা)। অৱশ্যে বহু সময়ত লিখা হয় এইদৰে— দংত। জৈন প্ৰভৃতি শব্দৰ আদিত থকা -ন- সদায় দন্ত্য হয়।

(২) এইদৰে অন্যান্য অনুনাসিক বৰ্ণসমূহো প্ৰায়ে ং-ৰ দ্বাৰা লিখা হয়। পংচ=পঞ্চ, সংখ=শঙ্খ, দংড=দণ্ড, জংবু=জম্বু। কিন্তু দ্ৰষ্টব্য—§৩৫।

(৩) লঘু-প্ৰযত্নতৰ বা ক্ষীণ (Shorten or weaken)-য়-ৰ কাৰণে §১-অৰ

টীকা মন কৰিবলগীয়া।

(৪) হিন্দী ড়=ḍ আৰু মূৰ্ধন্য ল=ḷ কাৰ্যক্ষেত্ৰত -ঋ- আৰু -ঌ-ৰ লগত ইহঁতৰ পাৰ্থক্য দেখুৱাত বিশেষ একো অসুবিধা নহয়। সম্ভৱতঃ -ড- ৰ তলত বিন্দু দি -ড়- ধ্বনি প্ৰকাশৰ উপায় হাতত লোৱাৰ বহুকাল আগৰেপৰা -ড- আখৰ -ড়- ৰূপে উচ্চাৰিত হৈছিল।

(৫) সাধাৰণতে এইবুলি ধৰি লোৱা উচিত যে প্ৰতিলিপি পদ্ধতি মূলতে প্ৰতিবৰ্ণীকৰণ, অৰ্থাৎ এবিধ আখৰৰ প্ৰয়োগ। অৱশ্যে উচ্চাৰণ সম্পৰ্কে ইয়াৰপৰা একোৱেই জনা নাযায়। এইটো খাটাং কথা যে -চ- মাহাৰাষ্ট্ৰীত -ৎস-ৰ দৰে উচ্চাৰিত হৈছিল, যিদৰে বৰ্তমান মাৰাঠীত উচ্চাৰিত হয়; আকৌ মগধত -অ- আধুনিক বঙলাৰ দৰে উচ্চাৰিত হৈছিল। তথাপি আমি নিশ্চয়কৈ ক'ব পাৰোঁ যে মধ্যদেশীয়সকলে যিকোনো প্ৰাকৃত উচ্চাৰণৰ বেলিকা নিজৰ নিজৰ ধ্বনি পদ্ধতিতেই উচ্চাৰণ কৰিছিল। ❑

## প্ৰথম অধ্যায়

# বিষয় নিৰ্দেশ

উত্তৰ ভাৰতীয় বা ভাৰতীয় আৰ্য ভাষাসমূহৰ সমগ্ৰ ইতিহাস সাধাৰণভাৱে তিনিটা বিশেষ কাল বা স্তৰত ভাগ কৰা হয় : প্ৰাচীন, মধ্য আৰু নব্য বা আধুনিক।

(১) প্ৰাচীন ভাৰতীয় আৰ্য ভাষাৰ নিদৰ্শন পোৱা যায়— (ক) ঋগ্বেদ আৰু (খ) পৰৱৰ্তী কালৰ বৈদিক গ্ৰন্থৰাজিত। (গ) ৰামায়ণ আৰু মহাভাৰতৰ ছন্দোবদ্ধ ৰচনাৱলী, (ঘ) পাণিনি-পতঞ্জলিৰ সাধুসমাজত প্ৰচলিত অতিশয় পৰিমাৰ্জিত (সংস্কৃত) সাহিত্যিক ভাষা আৰু তেওঁলোকৰ পৰৱৰ্তী কালৰ প্ৰখ্যাতনামা সুকবি কালিদাসৰপৰা আৰম্ভ কৰি বৰ্তমান কাললৈকে সমুদায় সংস্কৃত পুথি প্ৰণয়নকাৰীৰ সাহিত্যৰ ভাষা এই যুগৰ কথিত ভাষাৰ সুদৃঢ় ভেটিৰ ওপৰত প্ৰতিষ্ঠিত।

(২) মধ্য ভাৰতীয় আৰ্য ভাষাৰ নিদৰ্শন পোৱা যায়— পালি আৰু প্ৰাকৃত সাহিত্যত। ধ্বনি পৰিবৰ্তন বা ক্ৰমবিকাশৰ মাজেদি সৰকি আহি এই স্তৰ বা কালত ভাষাই যি ৰূপ ল'লে সেই নতুন ৰূপটোত প্ৰাচীন ভাৰতীয় আৰ্য ভাষাৰপৰা মধ্য ভাৰতীয় আৰ্য ভাষাক সম্পূৰ্ণৰূপে পৃথক বুলি বাৰুকৈয়ে অনুমান কৰিব পাৰি; (? প্ৰায় ১১০০ খৃষ্টাব্দ)। অৱশ্যে তাৰ পিছৰ কালতো এই ভাষাত ভালেমান ধ্বনিগত আৰু ব্যাকৰণগত পৰিবৰ্তনৰ সূচনা হৈছে, আৰু ইয়াৰ মাজতেই ফুটি ওলাইছে আধুনিক ভাষাৰ লগত সাদৃশ্য থকা এটি ভাষা। বিভিন্ন দেশত বিভিন্ন কালত আৱিষ্কৃত হোৱা শিলালিপি আৰু সাহিত্যৰ পৰা আমি এই কালৰ ভাষা সম্পৰ্কে বহু কথা জানিব পাৰোঁ। শিলালিপি আৰু সাহিত্যিক ৰচনাসমূহ এই যুগৰ ভাষাৰ নিদৰ্শনৰ ভিতৰত পৰে। শিলালিপিৰ ভিতৰত অশোকৰ অনুশাসনসমূহেই আটাইতকৈ বিখ্যাত। এই ভাষাৰ সাহিত্যিক নিদৰ্শনৰ ভিতৰত পৰে পালি ভাষাত ৰচিত 'দক্ষিণী' বা হীনযানপন্থী বৌদ্ধৰ ধৰ্মমূলক গ্ৰন্থৰাজি, প্ৰাকৃত ভাষাত লিখিত জৈনৰ ধৰ্মগ্ৰন্থৰাজি, প্ৰাকৃত গীতি বা গাথা কাব্য, মহাকাব্য, নাটিক আৰু প্ৰাকৃত ব্যাকৰণসমূহ।

(৩) ভাৰতীয় আৰ্য ভাষাৰ তৃতীয় অৰ্থাৎ আধুনিক বা নব্য স্তৰৰ সূচনাৰ সঠিক কাল নিৰ্ণয় কৰা টান। দ্বাদশ শতিকাত ব্যাকৰণকাৰ হেমচন্দ্ৰই বৰ্ণনা কৰি যোৱা প্ৰাকৃত যুগৰ অৰ্বাচীন অৰ্থাৎ শেষ স্তৰ বা অপভ্ৰংশ আৰু আধুনিক বিভিন্ন ভাষাত ৰচিত

প্ৰাচীনতম কাব্য— ইয়াৰ মধ্যবৰ্তী কালতেই আধুনিক ভাৰতীয় আৰ্য ভাষাৰ সূচনা বা বিকাশ হয়। লাহোৰৰ সু-প্ৰসিদ্ধ কবি চান্দ বৰদাঈ ৰচিত **পৃথ্বিৰাজৰসৌ** নামৰ পুথিখনেই পশ্চিমা হিন্দীৰ প্ৰাচীনতম কাব্য। (? প্ৰায় ১২০০ খৃষ্টাব্দ)।

মধ্য ভাৰতীয় আৰ্য ভাষাক আকৌ তিনিটা বিশিষ্ট স্তৰত ভাগ কৰা যায়ঃ (১) প্ৰাচীন প্ৰাকৃত (বা পালি), (২) মধ্য প্ৰাকৃত আৰু (৩) অৰ্বাচীন (বা শেষ) প্ৰাকৃত বা অপভ্ৰংশ।

**প্ৰাচীন প্ৰাকৃতৰ অন্তৰ্গত ঃ**

(ক) খৃঃ পূঃ ৩য় শতিকাৰ পৰা ২০০ খৃষ্টাব্দলৈকে সকলোবোৰ শিলালিপি। অৱশ্যে-স্থান-কাল-পাত্ৰ ভেদে এই শিলালিপিবোৰৰ ভাষাই ভিন ভিন ৰূপ লৈছে।

(খ) হীনযানপন্থী বৌদ্ধৰ পালি গ্ৰন্থ বা মহাবংশ, জাতকাদি বৌদ্ধ ধৰ্মগ্ৰন্থসমূহ। জাতকত বা নাটকত ব্যৱহৃত প্ৰাকৃত ভাষাৰ বিষয়ে বিশেষভাৱে আলোচনাৰ অৱতাৰণা কৰা হৈছে।

**'প্ৰাকৃত' শব্দৰ বিভিন্ন প্ৰয়োগ ঃ**

'প্ৰকৃতি'ৰ পৰা উদ্ভৱ হোৱা 'প্ৰাকৃত' শব্দটোৰ দুটা প্ৰকাৰ অৰ্থ হ'ব পাৰে —

(১) প্ৰকৃতিৰ ভাষা বা প্ৰকৃতিৰপৰা উদ্ভূত অৰ্থাৎ কোনোৰ মূল বা আদি ৰূপোদ্ভূত নাইবা সেই মূল ৰূপটোৰ বিকৃতিৰ বিপৰীত। (সাংখ্য দৰ্শনত প্ৰাকৃত শব্দটোৰ অৰ্থ হ'ল প্ৰকৃতি অৰ্থাৎ মূল পদাৰ্থৰপৰা প্ৰস্ফুটিত)।

(২) ব্যাপক অৰ্থত 'স্বাভাৱিক, সাধাৰণ, অশিষ্ট, আঞ্চলিক' সম্ভৱতঃ আদিতে জনসাধাৰণৰ কথিত ভাষাকে 'প্ৰাকৃত' (শৌৰসেনী 'পাউদ', মাহাৰাষ্ট্ৰী 'পাউঅ') বুলি অভিহিত কৰা হৈছিল, আৰু পৰিমাৰ্জিত সুৰুচিসম্পন্ন ভাষাকে সংস্কৃতৰূপে অভিহিত কৰা হৈছিল।*

পৰৱৰ্তী কালৰ বৈয়াকৰণ আৰু আলংকাৰিকসকলে 'প্ৰাকৃতম্' শব্দটো প্ৰকৃতি অৰ্থাৎ 'সংস্কৃতম্'-ৰপৰা উদ্ভৱ হোৱা বুলি কয়। এই ব্যাখ্যা পৰিপূৰ্ণভাৱে বোধগম্য সঁচা; কিন্তু ঐতিহাসিক দৃষ্টিত সঁচা নহয়। কাৰ্যক্ষেত্ৰত শব্দৰ সংস্কৃত ৰূপকেই মূল হিচাপে ধৰি আমি তাৰপৰা প্ৰাকৃত ৰূপ নিৰূপণ কৰোঁ। তথাপি ভাষাবিজ্ঞানে এটা গুৰুত্বপূৰ্ণ বিষয়ৰ সংৰক্ষণৰ প্ৰতি খুব মনোযোগ দিছেঃ সংস্কৃত শব্দৰাজিয়ে যেতিয়ালৈকে প্ৰাচীন ভাৰতীয় আৰ্য ভাষাৰ ৰূপ প্ৰকাশ কৰি আহিব তেতিয়ালৈকে তাকেই মূল বুলি গ্ৰহণ কৰা হ'ব। অৱশ্যে বহু সময়ত প্ৰাচীন ভাৰতীয় আৰ্য ৰূপৰ সন্ধেদ সংস্কৃতত

---

* এই প্ৰসংগত পৰৱৰ্তী বিভিন্ন ভাষাতাত্বিকৰ গৱেষণামূলক গ্ৰন্থসমূহ ছাত্ৰসকলে আলোচনা কৰা উচিত। তাৰ কাৰণে Bibliography দ্ৰষ্টব্য।

পোৱা নাযায়, পৰৱৰ্তী কালত কোনো পুথিত হয়তো পোৱা যায়। তেনেস্থলত সংস্কৃতেই প্ৰাকৃতৰপৰা সেইটো শব্দ আহৰণ কৰিছে বুলি ধৰি লোৱা হয়। অৱশ্যে বৈদিক ভাষা আৰু প্ৰাচীন ভাৰতীয় আৰ্য গৌতম বুদ্ধৰ জন্ম-কাহিনীত ব্যৱহাৰ কৰা গদ্যৰ ভাষাতকৈ পদ্যৰ ভাষাত প্ৰাচীনতা বেছি পৰিমাণে ৰক্ষিত হৈছে।

(গ) প্ৰাচীনতম জৈন-সূত্ৰৰ ভাষা।

(ঘ) প্ৰথম যুগৰ নাটকত ব্যৱহৃত প্ৰাকৃত। মধ্য এচিয়াত আৱিষ্কৃত হোৱা অশ্বঘোষৰ নাটকৰ প্ৰাকৃত।

**মধ্য প্ৰাকৃতৰ অন্তৰ্গত ঃ**

(ক) মাহাৰাষ্ট্ৰী— দাক্ষিণাত্যৰ তৰল (Liquid) গীতি-কবিতাৰ ভাষা।

(খ) কালিদাস আৰু পৰৱৰ্তী কালৰ নাট্যকাৰসকলৰ নাটকত প্ৰয়োগ কৰা প্ৰাকৃত আৰু ব্যাকৰণত উল্লিখিত প্ৰাকৃত। যেনে— শৌৰসেনী, মাগধী আদি।

(গ) পৰৱৰ্তী জৈন গ্ৰন্থৰ উপভাষা।

(ঘ) পৈশাচী— যি ভাষাত বৃহৎকথা নামৰ গ্ৰন্থ ৰচিত হৈছিল বুলি কথিত আছে; কিন্তু কেৱল ব্যাকৰণকাৰসকলৰপৰাহে এই ভাষাৰ বিষয়ে কিছু কথা জানিব পাৰি।

**অৰ্বাচনী প্ৰাকৃত বা অপভ্ৰংশ ঃ**

সাহিত্য ৰচনাত অপভ্ৰংশ বিশেষভাৱে বা যথেষ্ট পৰিমাণে ব্যৱহৃত হোৱা নাছিল। সাধাৰণ কথিত ভাষাৰ মাজেদি ইয়াৰ নিদৰ্শন ৰক্ষিত হৈছে। যেতিয়া নাটকীয় প্ৰাকৃতৰ ব্যৱহাৰ প্ৰায় একেবাৰে নোহোৱা যেন হৈ পৰিল তেতিয়া ব্যাকৰণ প্ৰণেতাসকলে এই প্ৰাকৃতকে কিছু পৰিমাণে মাৰ্জিত আৰু বিধিবদ্ধ কৰি অপভ্ৰংশৰ ৰূপ দিলে। যিমানদূৰ সম্ভৱ হেমচন্দ্ৰই যি সময়ত পশ্চিমৰ কোনো এক বিশেষ অপভ্ৰংশৰ দৃষ্টান্ত লিপিবদ্ধ কৰে সেই সময়তে এই অপভ্ৰংশৰ প্ৰচলন হ্ৰাস পাবলৈ ধৰে।

এই পুথিৰ জৰিয়তে ভাৰতীয় আৰ্য ভাষাৰ দ্বিতীয় অৰ্থাৎ মধ্য যুগৰ প্ৰাকৃত সম্পৰ্কে সাধাৰণভাৱে থূলমূল আলোচনাৰ প্ৰয়াস কৰা হৈছে। অৱশ্যে তাৰ লগতে প্ৰাকৃত যুগৰ মধ্যস্তৰ অৰ্থাৎ এই যুগৰ সকলোবিলাক উপভাষাকে যদি সংস্কৃতৰ এক ব্যাপক গণ্ডীৰ অন্তৰ্ভুক্ত কৰা যায় তেতিয়াহ'লে প্ৰাকৃতৰ গণ্ডীভুক্ত সমস্ত ভাষাকে সংস্কৃতৰপৰা উদ্ভূত বুলি আখ্যা দিয়াৰ যুক্তিৰ সত্যতা আছে। আনহাতে, ঠেক গণ্ডীত ৰাখি বা সংকীৰ্ণ অৰ্থত সংস্কৃতক পাণিনি-পতঞ্জলিৰ ভাষা বা 'ভাষা' বা 'লৌকিক' (Classical) সংস্কৃত ৰূপে ধৰি ল'লে যিকোনো প্ৰাকৃতকে সংস্কৃতজ আখ্যা দিয়া সমীচীন নহ'ব। আকৌ শৌৰসেনী আৰু মধ্যদেশীয় প্ৰাকৃত যিদৰে এই অঞ্চলৰ প্ৰাচীন উপভাষাৰপৰা উৎপন্ন হৈছিল সেইদৰে মূলতে সেই উপভাষাক ভিত্তি কৰিয়েই লৌকিক সংস্কৃতৰ উদ্ভৱ হৈছিল।

ইউৰোপত প্ৰাকৃত বুলিলে সাধাৰণতে এনেভাৱে অৰ্থ কৰা হয় : (ক) বিশেষকৈ ভাৰতৰ প্ৰাকৃত নামে খ্যাত ভাষাসমূহ। যেনে— মাহাৰাষ্ট্ৰী বা নাটকত স্থান পোৱা প্ৰাকৃত। (খ) ভাৰতীয় ভাষাসমূহৰ মধ্যযুগ (কেতিয়াবা আকৌ পালি আৰু প্ৰাচীন শিলালিপিবোৰক প্ৰাচীনতৰ স্তৰ হিচাপে প্ৰাকৃতৰপৰা পৃথক ৰূপ বুলি দেখুৱা হয়)।[১] (গ) শিক্ষিত অৰ্থাৎ শিষ্টসম্মত সাহিত্যিক ভাষাৰপৰা পৃথকভাৱে থকা কথিত ভাষাকে প্ৰাকৃত আখ্যা দিয়া হয়।[২] এই শেষোক্ত অৰ্থত কোনো কোনো গ্ৰন্থকাৰে প্ৰাকৃত কালৰ তিনিটা বিৰাট স্তৰৰ তিনিটা নামকৰণ কৰিছে : প্ৰথম স্তৰ, দ্বিতীয় স্তৰ আৰু তৃতীয় স্তৰৰ প্ৰাকৃত যথাক্ৰমে এইবিলাক কথিত ভাষাৰপৰাই সাহিত্যিক ভাষা পদ্ধতি ক্ৰমশঃ ফুলে-ফলে জাতিষ্কাৰ হৈ উঠিবলৈ ধৰিলে আৰু এইবোৰ লাহে লাহে বৈচিত্ৰ্যহীন অৰ্থাৎ সৰলীকৃত হ'বলৈ ধৰিলে। তদুপৰি সৰলমুখী অৰ্থাৎ পৰিবৰ্তনশীল প্ৰচলিত আঞ্চলিক ভাষাসমূহৰ লগে লগে এইবিলাক ৰীতিৰ প্ৰয়োগো চলি আহিয়েই থাকিল। ❑

১ ড° ও. ফ্ৰাঙ্ক-এ তেওঁৰ *পালি আৰু সংস্কৃতত* পালিক মধ্য যুগৰ ভাষাৰ (শিলালিপিৰে সৈতে) ক্ষেত্ৰত ব্যৱহাৰ কৰিছে।

২ Encyclopadia Britannica, ১১শ সংস্কৰণত ড° চাৰ জৰ্জ গ্ৰীয়াৰ্ছনৰ 'প্ৰাকৃত' প্ৰবন্ধ দ্ৰষ্টব্য।

## দ্বিতীয় অধ্যায়

# প্ৰাকৃত

পালিক বাদ দি সাহিত্যিক প্ৰাকৃতসমূহৰ ভিতৰত নিম্নলিখিতবোৰেই প্ৰধানঃ—

| | | |
|---|---|---|
| মা. | মাহাৰাষ্ট্ৰী | নাটকীয় প্ৰাকৃত। |
| শৌ. | শৌৰসেনী | |
| মাগ. | মাগধী | |
| অমাগ. | অৰ্ধ মাগধী | জৈন ধৰ্মমূলক গ্ৰন্থ। |
| জৈমা. | জৈন মাহাৰাষ্ট্ৰী | |
| জৈশৌ. | জৈন শৌৰসেনী | |
| অপ. | অপভ্ৰংশ | শেষ বা অৰ্বাচীন প্ৰাকৃত। |

## নাটকীয় প্ৰাকৃত

মা ঃ মাহাৰাষ্ট্ৰীকেই সৰ্বশ্ৰেষ্ঠ প্ৰাকৃত বুলি অভিহিত কৰা হয়। এইবিধ প্ৰাকৃতৰ নিয়মবিলাকক প্ৰাকৃত ব্যাকৰণবোৰত প্ৰথমতে স্থান দিয়া হয়। তাৰ পিছতহে অন্যান্য প্ৰাকৃতৰ বিশেষ বিশেষ নিয়মবোৰ সমাবেশিত হয় আৰু শেষত কোৱা হয় 'বাকীবোৰ মাহাৰাষ্ট্ৰীৰ নিচিনা' (শেষং মাহাৰাষ্ট্ৰীবৎ=the rest is like Maharastri)। দণ্ডীয়ে তেওঁৰ কাব্যাদৰ্শ (K.D. I. 135) নামৰ গ্ৰন্থত এই বুলি মন্তব্য কৰি গৈছে ঃ "মহাৰাষ্ট্ৰ দেশৰ ভাষাকেই উত্তম প্ৰাকৃত বুলি জানি লবা" (= মহাৰাষ্ট্ৰাশ্ৰয়াং ভাষাং প্ৰকৃষ্টং প্ৰাকৃতং বিদুঃ)।

নাটকত নাৰী চৰিত্ৰই কথা পাতিছে শৌৰসেনী প্ৰাকৃতত, কিন্তু গান গাইছে মাহাৰাষ্ট্ৰী প্ৰাকৃতত। মাহাৰাষ্ট্ৰী গীত মহাৰাষ্ট্ৰৰ বাহিৰেও ভালেমান দূৰ দেশলৈকে প্ৰচলিত হৈছিল। পণ্ডিতৰহে আদি মহাকাব্যতো মাহাৰাষ্ট্ৰী প্ৰাকৃতৰ ব্যৱহাৰ হৈছিল। দাক্ষিণাত্যৰ কবিসকলে এই প্ৰাকৃতত পদমধ্যস্থিত একক ব্যঞ্জনৰ লোপ-সাধনৰ বিধি-বিধান অন্যান্য প্ৰাকৃততকৈ বহু দূৰলৈ ঠেলি নিছে। (দ্ৰষ্টব্য-১০)। সাহিত্যৰ আৰু গীতৰ ভাষাত এনেকুৱা হোৱাটো স্বাভাৱিক। কিয়নো গীতত সুৰ আৰু আবেগেই হ'ল প্ৰধান বস্তু, আচল শব্দ বা তাৰ ৰূপৰ মূল্য কম। সেইবুলি মাহাৰাষ্ট্ৰীক কবিসকলৰদ্বাৰা উদ্ভাৱিত ভাষা বুলি মন্তব্য দিলে ভুল কৰা হ'ব। গোদাবৰী দেশৰ প্ৰাচীন কথিত ভাষাই হ'ল প্ৰাকৃতৰ মূল

অৱলম্বন আৰু ইয়াৰ মাজতেই নিহিত হৈ আছে আধুনিক মাৰাঠী ভাষাৰ ভালেমান বিশেষত্ব।

শৌ. ঃ শৌৰসেনী আছিল মথুৰাৰ ('Muttra') সমীপৱৰ্তী দেশ শূৰসেনৰ নামানুসৰি নামকৰণ কৰা প্ৰাকৃত। ইয়েই সংস্কৃত নাটকত ব্যৱহাৰ হোৱা সাধাৰণ প্ৰাকৃত। নাৰী চৰিত্ৰ আৰু বিদূষকৰ সংলাপৰ ভাষা শৌৰসেনী প্ৰাকৃত; **কৰ্পূৰমঞ্জৰী** নাটকত ৰজাৱো বাক্যালাপ কৰিছিল এই প্ৰাকৃততে। শৌৰসেনীয়েই হ'ল লৌকিক সংস্কৃতৰ একমাত্ৰ নিকটতম প্ৰাকৃত। যি ভাষাক ভিত্তি কৰি লৌকিক সংস্কৃত গঢ়ি উঠিছিল সেই একে কথিত ভাষাৰপৰাই শৌৰসেনী প্ৰাকৃতৰ উদ্ভৱ। এনেকৈয়ে শৌৰসেনী প্ৰাকৃতে সংস্কৃত আৰু হিন্দীৰ মধ্যৱৰ্তী কালৰ ভাষাৰূপে পৰিচয় দিয়ে (সিয়েই পশ্চিমা হিন্দী অথাৎ Standard Hindi — যাৰ ওপৰত সাহিত্যিক হিন্দী মূৰ্তিমান হৈ উঠিছে)। পবিত্ৰ অৰ্থাৎ শুদ্ধ ভাষাৰ লগত ঘনিষ্ঠতা গঢ়ি উঠা কাৰণে শৌৰসেনী প্ৰাকৃতৰ বৈশিষ্ট্য কিছু পৰিমাণে ম্লান হৈ পৰিছে; ক্ৰমাগত সংস্কৃত-প্ৰভাৱৰ কাৰণেই যিমানদূৰ সম্ভৱ শৌৰসেনী প্ৰাকৃতে নিজৰ স্বাতন্ত্ৰ্য অক্ষুণ্ণ ৰাখি নিজ ৰূপত ঠন ধৰি উঠিব পৰা নাই।

মাগ. ঃ পূৰ্ব দেশৰ প্ৰাকৃতেই হ'ল মাগধী। ভৌগোলিক স্থানানুসৰি বিচাৰ-বিশ্লেষণ কৰিলে প্ৰাচীন মগধকেই ইয়াৰ উদ্ভৱস্থান বুলিব পাৰি। বিহাৰীৰ অন্যতম উপভাষা বৰ্তমান মগহী প্ৰচলিত অঞ্চলৰপৰা ইয়াৰ দূৰত্ব বৰ বেছি নহয়। নাটকত নিম্নশ্ৰেণীৰ লোকৰ মুখৰ ভাষা মাগধী প্ৰাকৃত। মাগধীৰ কেইটামান উপভাষাও আছে। যেনে— **মৃচ্ছকটিকৰ** ঢক্কীভাষা। ধ্বনি-পৰিবৰ্তনৰ ৰীতিৰ ফালৰপৰা মাগধী অন্যান্য প্ৰাকৃতৰপৰা সম্পূৰ্ণ পৃথক ঃ স>শ, ৰ>ল, জ>য, অ-কাৰান্ত শব্দৰ প্ৰথমাৰ একবচনত এ-কাৰ হয়। -য- অপৰিবৰ্তিতভাৱে থাকে। (দ্ৰষ্টব্য— দশম অধ্যায়)। যি ঠাইত অন্যান্য প্ৰাকৃতত হয় 'হত্থো' সেই ঠাইত মাগধীত হয় 'হশ্তে', অন্যান্য প্ৰাকৃতত হয় 'সো ৰাআ'=সংস্কৃত 'সো ৰাজা', মাগধীত 'শে লাআ'।

## জৈন প্ৰাকৃত

অমাগ. ঃ আটাইতকৈ প্ৰাচীন বুলি বিবেচিত সকলোবোৰ জৈন সূত্ৰ অৰ্ধমাগধীতেই ৰচিত। শূৰসেন আৰু মগধ দেশৰ (প্ৰায় অযোধ্যা) মধ্যৱৰ্তী অঞ্চলৰ উপভাষাৰপৰা এইবিধ প্ৰাকৃতৰ উদ্ভৱ। ধ্বনিগত লক্ষণৰ মিলৰপৰা অৰ্ধমাগধীয়ে মাগধীৰ লগত কিছু পৰিমাণে সাদৃশ্য ৰাখিব পাৰিছে। শৌৰসেনীতকৈয়ো অৰ্ধমাগধীত প্ৰাচীন ব্যাকৰণৰ প্ৰভাৱ বেছি ৰকমে ৰক্ষিত হৈছে আৰু এইবিধ প্ৰাকৃতে সংস্কৃততকৈয়ো বহু পৰিমাণে স্বাতন্ত্ৰ্য অক্ষুণ্ণ ৰাখিব পাৰিছে।

জৈমা. ঃ জৈন শ্বেতাম্বৰী পন্থৰ শাস্ত্ৰ আদি ধৰ্ম গ্ৰন্থবিলাকৰ ৰচনাৰ ভাষা মাহাৰাষ্ট্ৰী প্ৰাকৃতৰে আন এটি ৰূপ। সিয়েই জৈন মাহাৰাষ্ট্ৰী নামে খ্যাত।

জেশৌ. ঃ জৈন দিগম্বৰী পন্থৰ শাস্ত্ৰ আদি ধৰ্ম গ্ৰন্থবোৰৰ ভাষাই কিছু পৰিমাণে শৌৰসেনী প্ৰাকৃতৰ লগত সাদৃশ্য ৰক্ষা কৰি আহিছে; সেই কাৰণেই তাক জৈন শৌৰসেনী বুলি কোৱা হয়।

## অৰ্বাচীন প্ৰাকৃত

অপ. ঃ সমগ্ৰ ভাৰতবৰ্ষত নিম্নলিখিত অৰ্থত 'অপভ্ৰংশ' শব্দৰ প্ৰয়োগ পৰিলক্ষিত হৈছে —

(ক) সংস্কৃতকেই শুদ্ধ ভাষাৰ মানৰূপে ধৰি তাৰপৰা ক্ৰমশঃ বিচ্যুৰিত হৈ অহা ভাষাসমূহ ;

(খ) আৰ্য আৰু অনাৰ্য সকলোবোৰ ভাষাকে সামৰি লৈ সাহিত্যিক প্ৰাকৃতৰপৰা পৃথকৰূপে থকা ভাষাসমূহ ;

(গ) এই পৰ্যায়ৰ আন যি কোনো কথিত ভাষাৰ সাহিত্যিক ৰূপ।

ব্যাকৰণ প্ৰণেতাসকলে গুজৰাট অঞ্চলত প্ৰচলিত নাগৰ অপভ্ৰংশকেই একমাত্ৰ সাহিত্যিক অপভ্ৰংশ ৰূপে অভিহিত কৰি গৈছে। সিন্ধু দেশৰ ব্ৰাচড় অপভ্ৰংশৰ লগত ইয়াৰ সুন্দৰ সাদৃশ্য আছে। প্ৰধান প্ৰধান প্ৰাকৃতসমূহৰ ভিতৰত কোনো কোনো উপভাষা অৰ্থাৎ লৌকিক ৰূপ আৰু টক্কীক কেতিয়াবা আকৌ এই অপভ্ৰংশ বুলি কোৱাও হয়। প্ৰধান প্ৰধান প্ৰাকৃতবোৰৰ প্ৰত্যেকৰ লগত জড়িত থকা ঠাইবোৰৰ যিবিলাক অপভ্ৰংশ কথ্য ভাষাৰূপে প্ৰচলিত হৈ আছিল সিবিলাকৰ নিদৰ্শন সংগ্ৰহ কৰিব পৰা হ'লে ভাৰতীয় ভাষাৰ ইতিহাসৰ এটা ব্যাপক যোগসূত্ৰ পোৱা গ'লেহেঁতেন। অৱশ্যে সেই ধাৰাবাহিকতাৰ অভাৱ থকা সত্বেও অপভ্ৰংশৰ ব্যাকৰণ আৰু ধ্বনিতত্ত্ব উভয় বিষয়তে যি প্ৰকাশ আমাৰ চকুত পৰে সিয়েই আচল প্ৰাকৃতৰ নিখুঁত ৰূপ আৰু সিয়েই আধুনিক ভাষাসমূহৰ মাজত সুন্দৰভাৱে এটা যোগসূত্ৰ ৰচনা কৰাত প্ৰধান সহায়কৰূপে থিয় দিছে। অপভ্ৰংশত প্ৰণয়ন কৰা পুথি দিনে দিনে যিমানে অধিক পৰিমাণে আৱিষ্কৃত হৈ আহিব লাগিছে তিমানে হেমচন্দ্ৰৰ ব্যাকৰণৰ বিভিন্ন বৰ্ণনাবোৰ পূৰ্ণতৰ হৈ পৰিব লাগিছে।

নাটকীয় বিভিন্ন প্ৰাকৃতৰ বিষয়ে এই পুথিৰ একাদশ অধ্যায়ৰ প্ৰাকৃত সাহিত্যত বহলাই আলোচনা কৰা হৈছে। তদুপৰি প্ৰাকৃতৰ শ্ৰেণী বিভাগ সম্পৰ্কীয় দশম অধ্যায়ত উল্লেখ কৰা বিভাষাসমূহ, পৈশাচীৰ উপভাষা, শিলালিপিবোৰৰ ভাষা আদি আৰু সিইতৰ পৰস্পৰৰ মাজত থকা সম্পৰ্ক প্ৰভৃতি সকলো বিষয়ে প্ৰয়োজনীয় আলোচনাৰ অৱতাৰণা কৰা হৈছে। ❑

## তৃতীয় অধ্যায়

# প্ৰাকৃতৰ সাধাৰণ লক্ষণ

প্ৰাকৃত (পালি সহ) এবিধ সংশ্লেষাত্মক ভাষাৰূপে বিবেচিত হৈছে। এই স্তৰত প্ৰাচীন ব্যাকৰণ কিছু পৰিমাণে সৰল হৈ পৰিছে। কাৰক বিভক্তিৰ ৰূপ আৰু ক্ৰিয়াৰ ৰূপত কিছু পৰিমাণে হ্ৰাস প্ৰৱণতা লক্ষ্য কৰা যায়। পৰৱৰ্তী বৈদিক সাহিত্যতকৈ ঋগ্বেদত এই সকলোবোৰৰ ৰূপ বহু বেছি ৰকমে ৰক্ষিত হৈছিল। পাণিনি ব্যাকৰণবৰ্জিত এনেকুৱা ধৰণৰ ভালেমান ৰূপ ব্ৰাহ্মণত সন্নিবিষ্ট হৈছে। পালি আৰু প্ৰাচীন অৰ্ধমাগধীত এনেকুৱা ৰূপ প্ৰচুৰ পোৱা যায়; কিন্তু শৌৰসেনী আৰু মাহাৰাষ্ট্ৰী প্ৰাকৃতত ৰচিত নাটক আৰু গীতত এইবিলাক ৰূপ লোপ পাইছে। শেহান্তৰত এইবুলি ক'লেও ভুল নহ'ব যে অপভ্ৰংশই প্ৰাচীন ব্যুৎপত্তিৰ নিদৰ্শনবোৰৰ আনকি অস্তিত্বকণো নোহোৱা কৰিবলৈ চেষ্টা কৰিছিল। ফলত এনেকুৱা এটা অৱস্থাৰ সৃষ্টি হ'ল যে শব্দৰূপৰ কাৰণে দুটা বা তিনিটা বিশেষ বিভক্তিহে কেৱল গ্ৰহণযোগ্য হিচাপে ৰ'লগৈ; আৰৌ ক্ৰিয়াপদ এটা কাল আৰু দুটা কৃদন্ততকৈ সামান্য অধিক অৱস্থাতহে থাকিলগৈ। তাৰ ফলত সৃষ্টি হোৱা শব্দাৰ্থৰ অনিশ্চয়তা নিবাৰণৰ কাৰণে নতুন উপায়ৰ উদ্ভাৱন হ'ল আৰু পুৰণি ভাষাৰ ধ্বংসাৱশিষ্টৰূপৰা আধুনিক ভাৰতীয় বিশ্লেষণাত্মক ভাষাসমূহৰ বিকাশৰ সূচনা হ'বলৈ ধৰিলে।

সৰলীকৃত হোৱা সত্বেও প্ৰাকৃত ব্যাকৰণৰ বাকী অংশ সংস্কৃত ব্যাকৰণপন্থী ৰূপেই থাকিল। এই ভাষাত সকলো প্ৰকাৰ শব্দকেই অ-কাৰান্ত শব্দৰূপত পৰিণত কৰাৰ আৰু সকলো শ্ৰেণীৰ ধাতুক প্ৰাচীন অ-গণীয় ধাতুত[১] পৰিণত কৰাৰ এটা প্ৰবল আগ্ৰহ পৰিলক্ষিত হয়। চতুৰ্থী বিভক্তি একেবাৰে লোপ পালে। প্ৰথমা আৰু দ্বিতীয়াৰ বহুবচনৰ ৰূপ মিলি যাবলৈ ধৰিলে। মধ্য প্ৰাকৃতৰ লঙ্ লোপ পালে, অপ্ৰয়োজনীয় বুলি দ্বিবচনৰ প্ৰচলনো নোহোৱা হ'ল। প্ৰাচীন প্ৰাকৃতৰ পৰৱৰ্তী কালত আত্মনেপদৰ ব্যৱহাৰ প্ৰায় নোহোৱা হ'ল— যিকণ অৱশিষ্টৰূপে থাকিল সিয়ো আগৰ সেই অৰ্থত নহয়। তথাপি অনুসৰ্গ বা সহায়ক ক্ৰিয়াৰ সহায় লোৱাৰ আৱশ্যক তেতিয়াও হোৱা নাছিল। অপভ্ৰংশৰ কাললৈকে সাধাৰণ কথা-বাৰ্তাত, আনকি পদ্য ৰচনাৰ বেলিকাও

১ Macdonell-অৰ Vedic Grammar-অত উল্লেখ কৰা হ্বাদিগণ, পৰস্মৈপদৰ দৰে।

ব্যাকৰণগত আৱশ্যকীয় বিধিনিয়মসমূহ সংৰক্ষিত হৈছিল। অধিকতৰ সাৰগৰ্ভ ৰচনা আৰু যুক্তিমূলক গৱেষণাৰ কাৰণে সংস্কৃতৰ আশ্ৰয় লোৱাৰ আগ্ৰহ পৰিলক্ষিত হয়। পালিৰ নিচিনা অৰ্ধমাগধী আৰু অন্যান্য জৈন প্ৰাকৃতসমূহ যেতিয়া এটাৰ পাছত আনটোকৈ প্ৰচলিত অঞ্চল বা দেশ আৰু সেই সময়ৰ মুখ্য ভাষাৰূপে থিয় হোৱাৰ শক্তি হেৰুৱালে তেতিয়া সিহঁত উক্ত আগ্ৰহৰ বিৰুদ্ধবাদী হ'বলৈ অসমৰ্থ হৈ পৰিল আৰু ক্ৰমশঃ সংস্কৃতকে সেই ঠাই, লাহে লাহে এৰি দিবলৈ বাধ্য হ'ল।

এই সৰলীকৰণক বাদ দিলে প্ৰাকৃতৰ প্ৰধান পৰিবৰ্তনসমূহ হ'ল ধ্বনিগত। যুক্ত ব্যঞ্জনসমূহ প্ৰায়ে সমীভৱন প্ৰাপ্ত হ'ল : ৰক্ত>ৰত্ত (যিদৰে লেটিন Fructu-s>ইটালীয় Frutto), সপ্ত>সত্ত (যিদৰে লেটিন Septem>ইটালীয় sette)। প্ৰাচীন ভাষাৰ কেইটামান ধ্বনি একেবাৰে লোপ পালে : -ঋ-, -ঐ-, -ঔ-, -য়- (মাগধীত স্বভাৱতে আৰু মাগধীকে ধৰি সকলো প্ৰাকৃতত শ্ৰুতিৰূপে 'য়' ধ্বনিৰ আভাস দিয়াৰ বাহিৰে), -শ- (মাগধীৰ বাহিৰে — য'ত 'স'ৰ অভাৱ), -ষ-, বিসৰ্গ। আনহাতে সংস্কৃতত ক'তো নোপোৱা দুটা স্বৰধ্বনি প্ৰাকৃতত সুলভ হৈ পৰিল : এ e, ও o (অৰ্থাৎ হ্ৰস্ব এ আৰু হ্ৰস্ব ও)। পদান্তস্থিত ব্যঞ্জন লোপ পালে। দুটাতকৈ অধিক ব্যঞ্জনৰ 'যুক্তব্যঞ্জন' হ্ৰস্বস্বৰৰ অনুগামী ৰূপে নথকা হ'ল আৰু এটাতকৈ অধিক ব্যঞ্জনে দীৰ্ঘস্বৰক অনুগমন নকৰা হ'ল। (দ্ৰষ্টব্য — চতুৰ্থ আৰু ষষ্ঠ অধ্যায়)।

এইবিলাক পৰিবৰ্তনৰ ক্ৰমপুঞ্জিত ফল কোনো একোটা শব্দৰ ওপৰত ইমানলৈকে হ'ব পাৰে যে তাৰ ৰূপ সম্পূৰ্ণ সলনি হৈ যায়। 'ৰুপ্‌পৰাইঅ' শব্দটো হঠাৎ দৃষ্টি গোচৰ হ'লে কেতিয়াও ধাৰণা নহয় যে ইয়াৰ আদিৰূপ 'ৰাক্‌পতিৰাজ'; সেইদৰে 'ওইণ্‌ণ'-ৰ লগত 'অৱতীৰ্ণ'-ৰ সাদৃশ্যও বেছি নহয়। আনহাতে ভালেমান শব্দ সংস্কৃতৰ সমৰূপ আৰু লৌকিক; সংস্কৃত কথিত ভাষাৰ লগত সুপৰিচিত লোকে প্ৰাকৃতৰ অধিকাংশ শব্দ দেখা মাত্ৰেই সংস্কৃত তুলনীয় ৰূপ বা প্ৰতিশব্দসমূহ অনায়াসে কৈ দিব পাৰে। কেৱল শৌৰসেনীৰ ক্ষেত্ৰতে নহয়, আন আন প্ৰাকৃতৰ ক্ষেত্ৰতো এই কথা সঁচা।

ইয়াৰপৰা সহজে অনুমান কৰিব পাৰি যে শিক্ষিত সমাজৰ মাজত বিভিন্ন প্ৰাকৃত বোধগম্য আছিল। যাৰ মাতৃভাষা যিকোনো এবিধ প্ৰাকৃতৰ কথিত ৰূপ তেনেকুৱা সংস্কৃতভাষী এজনে সকলো প্ৰকাৰ সাহিত্যিক প্ৰাকৃত অতি সহজে বুজি পায়। তদুপৰি শৌৰসেনী প্ৰাকৃতভাষীয়ে সংস্কৃত শব্দ অতি সহজে বুজি পায়, আৰু সংস্কৃতত বাক্যালাপ কৰিব নোৱাৰিলেও সংস্কৃত বাক্যৰ অৰ্থোদ্ধাৰ কৰিব পাৰে। প্ৰাচীন সংস্কৃত আৰু প্ৰাকৃতৰ মাজত বৰ বেছি পাৰ্থক্য নাছিল। আৰো আগতে ইহঁতৰ মাজত যিৰূপ বৈসাদৃশ্য পৰিলক্ষিত হৈছিল সেয়া আছিল কেৱল শুদ্ধ আৰু ভুল উচ্চাৰণত, ব্যাকৰণসন্মত আৰু ব্যাকৰণ অসন্মত উক্তিত, পৰিমাৰ্জিত আৰু লৌকিক ভাষাত, শিক্ষিত আৰু

অশিক্ষিতৰ ভিতৰত কথাবাৰ্তাদিৰ সময়ত একেটা ভাষাতে দেখা দিয়া পাৰ্থক্যৰ মাজত। এই স্তৰত কিছু পৰিমাণে বৈসাদৃশ্য থকা সত্ত্বেও অৰ্বাচীন ভাষাই সুকীয়া ৰূপ লোৱা নাছিল। তেতিয়ালৈকে এই নতুন ভাষাই এনেকুৱা সুস্পষ্ট ৰূপ গ্ৰহণ কৰিব পৰা নাছিল যে তাক সুসংবদ্ধ ব্যাকৰণ আৰু নিজা সাহিত্য প্ৰণয়নৰ যোগ্যতাপ্ৰাপ্ত এটা স্বতন্ত্ৰ ভাষা বুলি মানি ল'ব পাৰি।

ঋগ্বেদতো প্ৰাকৃত শব্দৰ অৰ্থাৎ প্ৰাকৃতৰদ্বাৰা অনুসৰণ কৰা পদ্ধতিৰে ধ্বনিৰ পৰিবৰ্তিত ৰূপৰ প্ৰয়োগ আমাৰ চকুত পৰে। যেনে—√শ্ৰথ্-ৰূপৰা ইঙ্গিতৰূপ 'শিথিৰ'-ৰ ঠাইত হৈছে 'শৃথিৰ'= শিথিল 'ঢিলা হ'। এনেকুৱা (বৈদিক) স্তোত্ৰৰ ভাষা আৰু সমসাময়িক কথিত ভাষাৰ মাজত ব্যাপক পাৰ্থক্য নাছিল বুলি ভবাৰ কোনো হেতু নাই। বৰং এইবোৰ পুথিত প্ৰাকৃতৰ প্ৰয়োগ স্বীকৃত হোৱা কথাৰপৰা অনুমান হয় যে ঋষিসকলে এইবোৰকো একে ভাষাৰে সম্ভাব্য ৰূপ বুলি ধৰি লৈছিল; সম্ভৱতঃ তেতিয়ালৈকে এই দুই প্ৰকাৰ ভাষাৰ মাজত থকা ব্যৱধানৰ বিষয়ে সচেতন হোৱা নাছিল।

ভাৰতীয় আৰ্য ভাষা আৰু য়ুৰোপৰ ৰোমীয় ভাষাসমূহৰ সুদীৰ্ঘ ইতিহাসৰ মাজত যি সাদৃশ্য দেখা যায় সি আমাৰ মনত সহজে কৌতূহল ওপজায়। প্ৰাচীন ইটালীয় উপভাষাবিলাকৰ ভিতৰত লেটিন জাতিৰ ভাষাই মুখ্য স্থান লাভ কৰিছিল, আৰু কালত এই লেটিনেই ইটালীয় অৰ্থাৎ ৰোম সাম্ৰাজ্যৰ প্ৰধান ভাষাৰূপে পৰিগণিত হৈছিল। এই লেটিনেই আছিল মধ্যযুগৰ বৃহত্তম খৃষ্টান সম্প্ৰদায়ৰ ভাষা। পৰৱৰ্তী কালত য়ুৰোপৰ আধুনিক ভাষাবিলাকৰ স্বতন্ত্ৰ অস্তিত্ব সুপ্ৰতিষ্ঠিত নোহোৱালৈকে লেটিনেই আছিল বিজ্ঞান আৰু দৰ্শনৰ ভাষা। ভাৰতত সংস্কৃতৰ প্ৰচলনৰ দৰে লেটিনো বিভিন্ন জাতিৰ শিক্ষিত সমাজৰ কথাবাৰ্তা তথা আলাপ-আলোচনাৰ মাধ্যমৰূপে প্ৰতিপন্ন হৈছিল। তদুপৰি ধৰ্মভাষাৰূপে যাজক শ্ৰেণীৰ মুখত লেটিন প্ৰায় সদায়ে শুনা গৈছিল আৰু সাধাৰণ শ্ৰেণীৰ মানুহেও তেওঁলোকৰ কথাবাৰ্তা কিছু পৰিমাণে অনুকৰণ কৰিছিল। মধ্যযুগৰ অশিক্ষিত চিকিৎসক নাইবা স্কুলৰ শিক্ষকসকলে, যিমানে অজ্ঞ নহওক কথা-বতৰা পাতোঁতে লেটিন ব্যৱহাৰ কৰি নিজৰ বিদ্যা-বুদ্ধিৰ পৰিচয় দিয়াটো তেওঁলোকে এটা কৰ্তব্য বুলিয়েই ধৰি লৈছিল।[২] ইয়াতো দ্ব্যৰ্থবোধ নিবাৰণাৰ্থে উপসৰ্গ আৰু সহায়ক ক্ৰিয়াৰ ব্যৱহাৰৰ সূত্ৰপাত নোহোৱালৈকে ধ্বনি পৰিবৰ্তন আৰু সাদৃশ্য (analogy)ৰ দ্বাৰা প্ৰাচীন ব্যাকৰণবিধি লাহে লাহে সৰলীকৃত হৈ আহিছিল।

ভাৰতত ভাষাৰ কেনেকুৱা ধৰণৰ পৰিবৰ্তন হৈছিল, তাৰ ভিন্নমুখী হেতু নিৰ্ণয়াৰ্থে

---

২ দ্ৰষ্টব্য— Love's Labour' Act. V.; 'Holofornes the schoolmaster.'

নানা গৱেষণা হৈছে আৰু তাক প্ৰাকৃতিক বুলি অভিহিত কৰা হৈছে। শ্ৰম লাঘৱতা বিশেষকৈ ৰাজসভাত আৰু চহৰত ভাষা প্ৰগতিমূলক পৰিমাৰ্জনা, নাতিশীতোষ্ণ মণ্ডলৰ জলবায়ুৰ শিথিলকৰ প্ৰভাৱ, আৰ্য ভাষা গ্ৰহণকাৰী অনাৰ্যসকলৰ বাক্‌পদ্ধতিৰ প্ৰভাৱ— এইবিলাককে ভাৰত আৰু য়ুৰোপ উভয়তে ভাষাৰ ক্ৰমপৰিবৰ্তন তথা ক্ৰম-বিকাশত কাৰ্যকৰী হৈছিল বুলি ধৰি ল'ব পাৰি। ◻

## চতুৰ্থ অধ্যায়

# ধ্বনি বিজ্ঞান

**একক ব্যঞ্জন :**

১. (ক) **আদ্য ব্যঞ্জন :** -ন-, -য-, -শ-, -ষ-, ভিন্ন পদাদিস্থিত একক অপৰিবৰ্তিতভাৱে থকাটোৱেই সাধাৰণ নিয়ম।

'ন' বৰ্ণৰ মূৰ্ধন্যকৰণ হয় (৭.)।

য>জ (মাগধীৰ বাহিৰে)।

জধা>যথা (মাগ. যধা); জই>যদি, শৌ. জদি (মাগ. যই, যদি); জোগী>যোগী। শ, ষ>স (৮.)

২. সমাসৰ দ্বিতীয় পদাদিস্থিত একক ব্যঞ্জন সাধাৰণতে পদমধ্যস্থিত ব্যঞ্জনৰূপে ব্যৱহৃত হয়। ক্ৰিয়াপদাদিস্থিত ব্যঞ্জন প্ৰায়ে অপৰিবৰ্তিতভাৱে থাকে।

পুত্ত>পুত্ৰ, কিন্তু আৰ্যপুত্ৰ>অজ্জউত্ত; মা. পআসেই<প্ৰকাশয়তে;

শৌ. আঅদং বা আগদং<আগতম্ (মা. আঅঅং বা আগঅং)।

৩. নিপাতসমূহো (Enclitics) এই একে ৰকমে অপৰিবৰ্তিতৰূপে থাকে।

কিং উণ<কিম্, পুনৰ্, বি<(অ)পি, অ<চ।

'তাৱৎ' আৰু 'তে'ৰ (দ্বিতীয় পুৰুষ সৰ্বনাম) 'ত' শৌ. আৰু মাগ. প্ৰাকৃতত পদমধ্যস্থিত ব্যঞ্জনৰ দৰে -দ-লৈ ৰূপান্তৰিত হয়।

মা. দাৱ=মা. তাৱৎ; ণ দে<ন তে;

পিদুণো দে<পিতুস্ তে ; তদো তে<ততস্তে।

৪. কেবাটাও উপভাষাত ভূ-ধাতু আৰু ভূ-ধাতুজ শব্দৰ -ভ- 'হ' লৈ ৰূপান্তৰিত হয়।

মা. হোই<ভৱতি (শৌ. ভোদি);

শৌ. হৱিস্সদি (মাগ. হৱিশ্শদি)<ভৱিষ্যতি;

শৌ.মাগ. হোদৱ্ৱ<ভৱিতব্য।

৫. কোনো সমাসৰ দ্বিতীয় পদাদিস্থিত -ক- সাধাৰণতে পদাদিস্থিত একক ব্যঞ্জনৰ দৰে অপৰিবৰ্তিতৰূপে থাকে।

শৌ. চিত্তফলঅ<চিত্তফলক, বহুফল, সফল।

৬. **মহাপ্ৰাণকৰণ** (Aspiration) :

ক>খ— খুজ্জ<কুব্জ। √খেল=√ক্ৰীড়্ (ৰামায়ণৰ সময়ৰপৰা সংস্কৃতত 'লাব্', 'খেল্' অৰ্থত √-খেল্-ৰ প্ৰয়োগ পৰিলক্ষিত হয় (Jules Bloch); এয়া সম্ভৱতঃ প্ৰাকৃত প্ৰভাৱৰ ফল)।

প>ফ— শৌ. ফণস, মা. পণস<পনস 'কঁঠাল গছ'।

মহাপ্ৰাণ উষ্মবৰ্ণ>ছ— অমাগ. ছাৱ=পালি ছাপ<শাধ বা শাব 'জন্তুৰ পোৱালি'; মা. অমাগ. ছ<ষট, ছট্‌ঠ<ষষ্ঠ।

৭. **উচ্চাৰণস্থান পৰিবৰ্তন** : উদাহৰণ—

দন্তবৰ্ণ>তালব্যবৰ্ণ— মা.চিট্‌ঠই, শৌ. চিট্‌ঠদি,

মাগ. চিষ্ঠদি<তিষ্ঠতি।

দন্ত্যবৰ্ণ>মূৰ্ধন্যবৰ্ণ— মা. ঢঙ্ক<ধ্বাংক্ষ 'কাউৰী'।

ন>ণ— ণু ণ<নূনম্, ণঅণ<নয়ন।

৮. শ, ষ, স>(মাগ. একমাত্ৰ -শ-)।

৯. **মধ্যব্যঞ্জন** : স্বৰমধ্যস্থিত -ক-, -গ-, -চ-, -জ-, -ত-, -দ- ব্যঞ্জন এককৰূপে থাকিলে সাধাৰণতে লোপ পায়।

মা. লোঅ<লোক, সঅল<সকল, অণুৰাঅ<অনুৰাগ, জুঅল<যুগল, ণঅৰ<নগৰ, পউৰ<প্ৰচুৰ, ভোঅণ<ভোজন, ৰসাঅল<ৰসাতল, হিঅঅ<হৃদয়।

কেতিয়াবা স্বৰমধ্যস্থিত -প-, -ব-, -য- ব্যঞ্জন লোপ পায়।

মা. ৰূঅ<ৰূপ, বিউহ<বিবুধ, দিঅহ<দিবস।

স্বৰ মধ্যস্থিত -য়- সদায় লোপ পায়।

বিওঅ<বিয়োগ, পিঅ<প্ৰিয়।

**টীকা** : উচ্চাৰণৰ সময়ত লুপ্ত ব্যঞ্জনৰ ঠাইত একোটা -য়- ধ্বনিৰ ক্ষীণ আভাস পোৱা যায়। (লঘু-প্ৰযত্নতৰ য়-কাৰ)। সংস্কৃত আৰু মাৰাঠীৰ -য- ধ্বনিটোকে -য়- ক্ষীণতৰ আৰু লিখাৰ সময়ত ইয়াৰ ব্যৱহাৰ নহয়। কেৱল জৈনপন্থীসকলৰ পুথিতহে ইয়াৰ প্ৰয়োগ দেখা যায়। যেনে— হিয়য়<হৃদয়।

১০. গীতি কবিতাৰ সাহিত্যিক মাহাৰাষ্ট্ৰীত স্বৰ মধ্যস্থিত ব্যঞ্জনৰ লোপসাধন ৰীতি বহুদূৰ পাইছেগৈ। ফলত তাত স্বাভাৱিকভাৱে কিছু অনিশ্চয়তাৰ সৃষ্টি হৈছে। 'কই' শব্দই 'কতি', 'কৱি', 'কপি' এই তিনিটা শব্দৰ প্ৰতিনিধিত্ব কৰে। তদুপৰি সকলো ব্যঞ্জনবৰ্ণ লোপ হৈ 'উঅঅ' (-উদক)-ৰ নিচিনা সৃষ্টি হোৱা স্বৰবাণিয়ে মূল শব্দৰ বৈশিষ্ট্য বা অস্তিত্ব উভাৰ দুৰূহ কৰি তুলিছে। এনেকুৱা ব্যঞ্জনৰ পৰিবৰ্তন সিদ্ধ হোৱা

কথাৰ পৰা ইয়াকে বুজিব পাৰি যে উচ্চাৰণৰ ক্ষেত্ৰত ইংৰাজী ব্যঞ্জন ধ্বনিতকৈ ভাৰতীয় ব্যঞ্জনধ্বনি আজিকালিৰ দৰে ক্ষীণতৰ আছিল। দৈনন্দিন জীৱনত ব্যৱহৃত উপভাষাবোৰ অৱশ্যে এই বিষয়ত কিছু পৰিমাণে ৰক্ষণশীল আছিল। হেমচন্দ্ৰই কৈ গৈছে ঃ অপভ্ৰংশত স্বৰমধ্যস্থিত -ক-, -ত-, -প-, লোপ নহৈ যথাক্ৰমে -গ-, -দ-, -ব- লৈ ৰূপান্তৰিত হয়।

গাঅগু<নায়কঃ, আগদো<আগতঃ, সফলউ<সফলকম্।

১১. সাহিত্যিক প্ৰাকৃতবো কিছুমানত এনেকুৱা পৰিৱৰ্তন দেখা যায়। প্ৰাচীনতম যুগত, যেনে পালিত -ক-, -ত-, -প- একেৰকমে থাকে বা উপভাষাত ঘোষবৰ্ণলৈ ৰূপান্তৰিত হয়। যেনে— সাগল<সকল।

উদাহৰণ ঃ—

শৌ. অদিধি<অতিথি, কধেদু<কথয়তুঃ, পাৰিদোসিঅ<পাৰিতোষিক, ভোদি<ভৱতি, কথিদো<কথিতঃ, কিৰাদ<কিৰাত, আণেদি<আনয়তি, তদো<ততঃ, কিদ<কৃত, গদ<গত, সক্কদ<সংস্কৃত, সৰস্সদী<সৰস্বতী (মা. সৰস্সই)।

মাগ. পালিদোশিঅ<পাৰিতোষিক, শাঅদং<স্বাগতম্, হগে ('মই')<অহকং<অহম্।

অমাগ. আৰু জৈমা. অসোগ<অশোক, লোগ<লোক, আগাস<আকাশ। পালি লোক, গচ্ছতি, ৰূপ।

১২. স্বৰমধ্যস্থিত 'ত'ৰ এনেকুৱা পৰিবৰ্তন ৰীতিৰপৰা আমি নাটকৰ শৌৰসেনী আৰু মাহাৰাষ্ট্ৰীৰ মাজত এটা প্ৰকৃতিগত পাৰ্থক্য দেখিবলৈ পাওঁ। নিম্নলিখিত শব্দসমূহ তুলনীয় ঃ—

| শৌৰসেনী | মাহাৰাষ্ট্ৰী | সংস্কৃত |
|---|---|---|
| জাণাদি | জাণাই | জানাতি |
| এদি | এই | এতি |
| হ্দি | হিঅ | হিত্ |
| পাউদ | পাউঅ | প্ৰাকৃত |
| মৰগদ | মৰগঅ | মৰকত |
| লদা | লআ | লতা* |
| ঠিদ | ঠিঅ | স্থিত |
| পহুদি | পহুই | প্ৰভৃতি |
| সদ | সঅ | শত |
| এদং | এঅং | (এতদ্) |

১৩. স্বৰমধ্যস্থিত মহাপ্ৰাণ খ, ঘ, থ, ধ, ফ, ভ>হ।

মুহ<মুখ, সহী<সখী, মেহ<মেঘ, লহুঅ<লঘুক, জুহ<যুথ, বহিৰ<বধিৰ, বহু<বধু, সহৰ<শফৰ, অহিণৱ<অভিনৱ, ণহ<নভস্ বা নখ।

১৪. শৌৰসেনী, মাগধী আৰু আন কেইটামান উপভাষাত আকৌ আগৰদৰে অঘোষ -থ-ৰ ঠাইত ঘোষ -ধ- প্ৰয়োগ কৰিছে। শৌ. অদিধি, কধেদু, তধা, অধ; জধা<যথা। মাগ. যধা<যথা, তধা। (পালিত অঘোষবৰ্ণ -থ- ৰক্ষিত হৈছে —অথ, যথা, তথা)।

এইটো শৌৰসেনী আৰু মাহাৰাষ্ট্ৰীৰ মাজত থকা আন এটা পাৰ্থক্য।

যেনে—

| শৌৰসেনী | মাহাৰাষ্ট্ৰী | সংস্কৃত |
|---|---|---|
| অধ | অহ | অথ |
| মনোৰধ | মনোহৰ | মনোৰথ |
| কধং | কহং | কথম্ |
| ণাধ | ণাহ | নাথ |

১৫. কেতিয়াবা কেতিয়াবা স্বৰমধ্যস্থিত একক ব্যঞ্জন লোপ নহয় (৯.) নাইবা -হ- লৈকো ৰূপান্তৰিত নহৈ (১৩.) দ্বিত্ব ৰূপ লয়।

শৌ. উজ্জু<ঋজু, মা. ণক্‌খ<নখ, মা. শৌ. এক্ক (ekka)<এক।

টীকা : (১) আন ব্যঞ্জনধ্বনিয়েও এনেকৈয়ে দ্বিত্ব ৰূপ লাভ কৰে।

যেনে— জোব্বন (jobbana)<যৌবন, তেল্ল (tella)<তৈল, পেম্ম (pemma)<প্ৰেমন্।

(২) যুক্তব্যঞ্জনৰ পূৰ্বস্বৰ সদায় হ্ৰস্ব হয়। ইয়াত 'এ' আৰু 'ও' হ্ৰস্বস্বৰ (৬৮.)।

(৩) মহাপ্ৰাণ ব্যঞ্জন দ্বিত্ব কৰিবলৈ হ'লে তাৰ নিজস্ব অল্পপ্ৰাণ বৰ্ণটো আগত বহুৱাব লাগে : ক্‌খ, গ্‌ঘ ইত্যাদি।

কোনো পুৰণি পুথিত মহাপ্ৰাণ বৰ্ণদ্বাৰাই দ্বিত্ব ৰূপ দেখুৱা হৈছে। যেনে— খ্‌খ, ছ্‌ছ ইত্যাদি। এয়া কেৱল লিখন পদ্ধতিৰহে পাৰ্থক্য, উচ্চাৰণ উভয় ক্ষেত্ৰতে একে।

১৬. স্বৰ মধ্যস্থিত অঘোষ মূৰ্ধন্য ট, ঠ<ঘোষ মূৰ্ধন্য ড, ঢ।

পড<পট, পডাঅ<পটাক, কুডিল<কুটিল,

কুড়ুম্ব<কুটুম্ব, বড<বট, পঢন<পঠন।

কোনো কোনো উপভাষাত ড>ল (২২.)।

মা. কক্কোল (Kokkola)<কৰ্কোট; মাগ. শঅল (saala)<শকট (শৌ. সঅড), যুলক (yulaka)<যুটক (শৌ. জুডঅ)।

১৭. যদি লোপ নহয় তেনেহ'লে প>ব।

ৰূব<ৰূপ, দীব<দীপ (তুলনীয় দীবালী), উবৰি<উপৰি,
উবঅৰণ<উপকৰণ, উবজ্‌ঝাঅ<উপাধ্যায় (তুলনীয়া ওঝা),
অবি<অপি, অবৰ<অপৰ (হিন্দী ঔৰ[1]), তাব<তাব<তাপ।

১৮. ব>ব

কবল<কবল, সবৰ<শবৰ।

১৯. **মহাপ্ৰাণকৰণ** (Aspiration) : সংস্কৃতৰ -ক- প্ৰাকৃতত কেতিয়াবা -খ- হয়। পদমধ্যস্থিত -খ- আকৌ -হ- হয়।

মা. ণিহস<নিকষ; মা. শৌ. ফলিহ (phaliha)<স্ফটিক।

ট>ঠ>ঢ— অমাগ. বঢ<বট।

ত>থ>ধ— মা. ভৰহ<ভৰত, বসহি<বসত।

প>ফ>ভ (বিৰল)— অমাগ. কচ্ছভ<কচ্ছপ।

-ন-, -ম-, -ল- আৰু উষ্মবৰ্ণবোৰে কেতিয়াবা মহাপ্ৰাণ ৰূপ লাভ কৰে।

মা. ণ্হাবিঅ (কিন্তু শৌ. মাগ. ণাবিদ)<নাপিত অৰ্থাৎ * স্নাপিত <√স্না। অমাগ. ল্হসুণ (আৰু লসুণ) <লশুন (৩০.)

মহাপ্ৰাণ ৰূপৰ কেতিয়াবা আকৌ বিপৰ্যয় ঘটে।

মা. দিহি<দিধি'<ধৃতি।

মা. ধূআ, শৌ. মাগ. ধূদা>দুহিতা।

শৌ. মাগ. বহিণী<ভগিনী।

মা. ঘেত্তুং (ghettum)<গ্ৰহীতুম্ (<*ঘৃপ্তুম্)।

মহাপ্ৰাণৰূপৰ কেতিয়াবা আকৌ বিলোপ ঘটে।

শৌ. সঙ্কলা<শৃংখলা, কিন্তু সংখলা আৰু সিংখলা শব্দও পোৱা যায়।

২০. **উচ্চাৰণস্থান পৰিবৰ্তন :**

দন্ত্য ধ্বনি<মূৰ্ধন্য ধ্বনি

পডি<প্ৰতি, মা. পডিঅ, শৌ. মাগ. পডিড<পতিত, পঢম<প্ৰথম। অৰ্ধ মাগধীত এই মূৰ্ধন্যকৰণ প্ৰচুৰ :

অমাগ. ওসঢ<ঔষধ (মা. শৌ. ওসহ)।

অধিক সংখ্যক উপভাষাতে ন>ণ। যেনে— পুণ, ণঅণ।

২১. **উষ্মবৰ্ণ :** সংস্কৃতৰ তিনিওটা উষ্মবৰ্ণ প্ৰাকৃতত কেৱল দন্ত্য -স- হৈছে (মাগধীত কিন্তু তালব্য -শ- হৈছে)। [শ, স, ষ>স, কিন্তু মাগ. শ]। অসেস<অশেষ

---

১ তুলনীয়— প্ৰাচীন অসমীয়া অউৰ/আউৰ/আৰৰ।

ইত্যাদি; মাগ. কেশেশু<কেশেষু (শৌ. আদিত কেসেসু)।

২২. প্রায় সদায়ে ড>ল (!) (১৬)। উত্তৰ ভাৰতীয় হুণা পুথি আৰু সাঁচিপতীয়া পুথি উভয়তে -ল- (!) (১৬.)ৰ ঠাইত -ল- (!) প্ৰয়োগ হৈছে।

মা. গৰুল (garula) শৌ. গৰুড়, মাগ, গলুড) মা. শৌ কীলা>ক্ৰীড়া।

২৩. কেতিয়াবা কেতিয়াবা ত, দ>ল, ল (l)।

শৌ. অলসী<অতসী, মা. সালবাহন<সাতবাহন, মা. শৌ. দোহল (dohala)<দোহদ।

২৪. বিশেষণীয় (adjectival) আৰু সৰ্বনামীয় (pronominal) সমাসত থকা 'দৃশ্', 'দৃক্ষ' শব্দৰ 'দ'-ৰ ঠাইত -ৰ- হয়।

এৰিস<ঈদৃশ (শৌ. ঈদিস আন এটা ৰূপ), কেৰিস. অণ্ণাৰিস, তুম্হাৰিস, সৰিস।[২]

২৫. কেইটামান উপভাষাত কেতিয়াবা কেতিয়া ম>ব।

মা. বম্মহ, শৌ, মন্মধ<মন্মথ।

মা. ওণবিঅ (<*অৱণমতি)<অৱনত।

এই পৰিবৰ্তন অপভ্ৰংশত ইয়াতকৈ বহু বেছি। তদুপৰি এনেকুৱা ঠাইত পূৰ্বস্থিত স্বৰ বা অৰ্ধ স্বৰ (semi-vowel) সাধাৰণতে অনুনাসিকলৈ ৰূপান্তৰিত হয় আৰু তাৰ পাছত অৰ্ধস্বৰ বা নাসিক্য (nasal element) বিকোনো এটা লোপ পায়। এইদৰে, অপ. কঁবল<কমল, জঁউণা<যমুনা, নবহিঁ<নেমত্তি। এই নাসিক্য বিধি মাহাৰাষ্ট্ৰীতো আছে। যেনে— মা. চাঁউণ্ডা, শৌ. চামুণ্ডা।

আধুনিক উপভাষাত 'কণ্বৰ'<কুমাৰ আৰু 'গাঁৱ' এইবোৰৰ নানান বৈচিত্ৰ্য দেখা যায় আৰু এই পৰিবৰ্তনৰ মাজতে ইয়াৰ ব্যাখ্যাও পোৱা যায়। [সং গ্ৰাম>পালি, প্ৰায়বোৰ প্ৰাকৃত (গ্) গাম (দ্ৰষ্টব্য— বীমস্ ১.১৫৪)]।

২৬. ৰ>ল মাগধীত; আন উপভাষাত কেতিয়াবাহে এই পৰিবৰ্তন হয়।

মাগ. শৌ. দলিদ্দ>দৰিদ্ৰ, মুহল>মুখৰ।

মাহাৰাষ্ট্ৰী আৰু শৌৰসেনীতকৈ অৰ্ধমাগধীত এই পৰিবৰ্তন বহুত বেছি।

২৭. কেতিয়াবা কোনো বিশেষ উপভাষা বা বিশেষ শব্দ সমষ্টিত উষ্মবৰ্ণৰ ঠাইত -হ- হয়।

---

২ Woolner প্ৰদত্ত ধ্বনি পৰিবৰ্তনৰ এই নিয়মৰ লগত আৰু এটা কথা শিক্ষাৰ্থীসকলে মন কৰা উচিত। ১৪, ১৫শ বাহিৰে ১-ৰ পৰা ১৮-খনলৈকে সংখ্যাবাচক শব্দবোৰত 'দ'-ৰ ঠাইত -ৰ- হৈছে। যেনে— এগাৰিস<একাদশ, বাৰস<দ্বাদশ, তেৰস<ত্ৰয়োদশ<*তেৰদশ, পন্নৰস<পঞ্চদশ, সত্তৰস<সপ্তদশ, অট্ঠাৰহ<অষ্টাদশ।

মা. ধণুহ=*ধনুষ>ধনুস্

মা. পচ্চূহ>প্ৰত্যূষ 'প্ৰভাত সূৰ্য', কিন্তু পচ্চূস 'উষা'

(দ্ৰষ্টব্য — পিছেল ঃ প্ৰাকৃত ব্যাকৰণ, §২৬৩)

মা. পাহাণ<পাষাণ; মা. অণুদিঅহং (শৌ. অণুদিঅসং) <অণুদিৱসম্।

ভৱিষ্যত কালৰ ক্ৰিয়াপদত ঃ যেনে— মা. ণেহিই<নেষ্যতি, অমাগ. গাহিই<গাস্যতি, জৈমা. পাহামি<পাস্যামি, অমাগ. গহিহিই<গমিষ্যতি। সম্বন্ধ পদত ঃ যেনে— মাগ. কামাহ্<কামস্য, অপ. কব্বহ্<কাব্যস্য।

সৰ্বনাম পদৰ ৰূপত ঃ যেনে—অপ. এহো<এষ, প্ৰা. তুম্হে<*তুষ্মে,

মা. তাহ (আৰু তাস<*তস্স)<তস্য, তহিং<তস্মিং<তস্মিন্।

এনেকুৱা পৰিৱৰ্তন অপভ্ৰংশত সাধাৰণতে সদায়ে দেখা যায়। শব্দৰূপ আৰু ধাতুৰূপৰ নিয়মৰ সহায়ত ব্যাখ্যা কৰা হৈছে যদিও এই শ্ৰেণীৰ পৰিৱৰ্তনৰ ইতিহাস প্ৰায়ে অজ্ঞাত আৰু ইয়াৰ প্ৰভাৱ বিস্তাৰ সম্পৰ্কে সন্দেহ ওপজে। (দ্ৰষ্টব্য— পিছেল ঃ প্ৰাকৃত ব্যাকৰণ; §২৬৩, §৪২২, §৪২৫, §৫২০; জে. ব্লক ঃ লাং মাৰাথে; §১৬২)।[৩]

২৮. কেতিয়াবা সংস্কৃত -হ-> প্ৰাকৃত -ধ-, আদি মহাপ্ৰাণ। যেনে— শৌ. মাগ. ইধ, মা. ইহ; তুলনীয়-পালি ইধ। ইয়াত শৌৰসেনীয়ে মৌলিক ধ্বনিকে ৰাখিছে। বহু সময়ত সংস্কৃত -হ- ধ্বনি মূল (ইন্দো-য়ুৰোপীয়) ভাষাৰ ঘোষ মহাপ্ৰাণ ধ্বনিৰ ঠাইত ব্যৱহৃত হয়। তুলনীয় — হন্তি আৰু অঘ্নন্, জঘান।

২৯. অন্ত্য ব্যঞ্জন ঃ পদান্তস্থিত একক ব্যঞ্জন সদায় লোপ পায়। অনুনাসিক বৰ্ণবোৰ অনুস্বাৰ হয়, অৰ্থাৎ ঙ, ঞ, ণ, ন, ম>ং। আকৌ, অঃ>ও। বিসৰ্গ সদায় লোপ পায়। কেতিয়াবা আকৌ ভাৰ পাছতেই অন্ত্যস্থিত স্বৰটোৱে অনুনাসিকৰ ৰূপ লয়।

সমাসস্থিত পদৰ অন্ত্যবৰ্ণসমূহৰ ব্যৱহাৰ সম্পৰ্কে সন্ধি অধ্যায় বিশেষ দ্ৰষ্টব্য। (অধ্যায়-৮ম)। ❑

৩ এই প্ৰসংগত শিক্ষাৰ্থীসকলে Dr. S. K. Chatterji-ৰ Origin and Development of Bengali Language (১ম সংস্কৰণ) গ্ৰন্থৰ ৫৪৯, ৫৫০, ৫৫৫, ৭৫১ আৰু ৯৬৩ পৃষ্ঠাত সন্নিবিষ্ট আলোচনাখিনি পঢ়া উচিত।

পঞ্চম অধ্যায়

# যুক্ত ব্যঞ্জন

৩০. পদৰ আদিত সদায় মাত্ৰ এটাহে ব্যঞ্জন থাকিব পাৰে।

ব্যতিক্ৰম : (১) ণ্‌হ ; যেনে— ণ্‌হাণ<স্নান।

(২) ম্‌হ ; যেনে— ম্‌হি<(অ)স্মি ; ম্‌হো, ম্‌হ<স্মঃ।

(৩) সমাসসিদ্ধ পদৰ দ্বিতীয় পদৰ প্ৰথম বৰ্ণ।

টীকা : 'ণ্‌হ' আৰু 'ম্‌হ'-ক যুক্ত ব্যঞ্জন হিচাপে নধৰি মহাপ্ৰাণ -ণ্‌- আৰু -ম্‌- হিচাপে ল'লে ইয়াক কেতিয়াও ব্যতিক্ৰম বুলিব নোৱাৰি।

৩১. কোনো শব্দৰ মধ্যৱৰ্তী স্থানত সংযুক্তাৱস্থাত দুটাতকৈ অধিক যুক্ত ব্যঞ্জন নাথাকে। এইবোৰো হ'ব পাৰে কেৱল—

(১) দ্বিত্ব ; যেনে— ক্ক (ক্‌খ হ'বও পাৰে),

(২) অনুনাসিকৰ পাছত একেবৰ্গৰ স্পৰ্শবৰ্ণ, যেনে— ঙ্ক, ণ্ড, নাইবা

(৩) মহাপ্ৰাণ অনুনাসিক (বা ল্‌হ)।

৩২. ফলস্বৰূপে অধিক সংখ্যক যুক্ত ব্যঞ্জনেই সমীভূত হৈছে, নাইবা স্বৰভক্তিৰ দ্বাৰা বিভক্ত হৈছে।

৩৩. **সমীভৱন** (Assimilation) : সাধাৰণ নিয়ম হৈছে এয়ে যে সমপৰ্যায়ৰ (অৰ্থাৎ সমধৰ্মী) বৰ্ণৰ মাজত দ্বিতীয় বৰ্ণ, অসম (অৰ্থাৎ অসমধৰ্মী) বৰ্ণৰ মাজত অধিকতৰ শক্তিশালী বৰ্ণটোৱে প্ৰাধান্য লাভ কৰে।

শক্তি অনুসৰি তলত বৰ্ণবোৰ সজোৱা হ'ল ইয়াত ক্ৰমশঃ শক্তি কমাবলৈ লক্ষ্য ৰখা হৈছে।

(১) স্পৰ্শবৰ্ণ (অনুনাসিকত বাহিৰে পাঁচ বৰ্গৰ বৰ্ণ)

(২) অনুনাসিক বৰ্ণ

(৩) ল, স, ৱ, য়, ৰ— ক্ৰম অনুসৰি।

-হ্‌- বৰ্ণই সদায় একে নিয়মকে অনুসৰণ কৰে। (৫২. - ৫৪.)

৩৪. **দুটা স্পৰ্শবৰ্ণ** : ওপৰত উল্লেখ কৰা নিয়মানুসৰি ক্‌+ত>ত্ত, প্‌+ধ>দ্ধ, দ্‌+গ>গ্গ, ইত্যাদি।

উদাহৰণ ঃ — জুত্ত<যুক্ত, বপ্পৰাইঅ<বাক্পতিৰাজ, দুদ্ধ<দুগ্ধ, ছচ্চণ<ষট্+চৰণ (৬) খগ্গ<খড়গ, বলক্কাৰ<বলাৎকাৰ, উপ্পল<উৎপল, উগ্গম<উদ্গাম, সব্ভাব<সদ্ভাব, সুত্ত<সুপ্ত, খুজ্জ<কুব্জ (৬.) সদ্দ<শব্দ ; লদ্ধ<লব্ধ।

এইদৰে এটা দুটা স্পৰ্শবৰ্ণৰ (অনুনাসিক বাদে) মাজত হোৱা সমীভবন প্ৰগত (Progressive) অৰ্থাৎ প্ৰথম বৰ্ণটো দ্বিতীয় বৰ্ণলৈ ৰূপান্তৰিত হৈছে। ইয়াক এনেভাৱেও ব্যাখ্যা কৰা যায় যে যুক্ত ব্যঞ্জনৰ প্ৰথম বৰ্ণটোৰহে ইয়াত কেৱল অভিনিহিত (implosive) উচ্চাৰণ হয়।

৩৫. সমবৰ্গীয় স্পৰ্শবৰ্ণৰ পূৰ্বস্থিত অনুনাসিক অপৰিবৰ্তিতভাৱে থাকে; কিন্তু অসম বৰ্গৰ ক্ষেত্ৰত সি অনুস্বাৰলৈ ৰূপান্তৰিত হয়।

সংখল<শৃঙ্খল, কোঞ্চ (konca)<ক্ৰৌঞ্চ, কণ্ঠ ; মন্থৰ, জম্বু ; কিন্তু দিংমুহ<দিঙ্মুখ, পংতি<পংক্তি, বিংঝ<বিন্ধ্য (৪৪.)।

৩৬. স্পৰ্শবৰ্ণৰ পাছৰ অনুনাসিক সেই স্পৰ্শবৰ্ণৰ লগত সমীভূত হয়।

অগ্গি<অগ্নি, বিগ্ঘ<বিঘ্ন, সবত্তী<সপত্নী, জুগ্গ<যুগ্ম।

ব্যতিক্ৰম ঃ (ক) জ্ঞ>ণ্ণ। আণবেদি<আজ্ঞাপয়তি, অণহিণ্ণ<অনভিজ্ঞ, জণ্ণ<যজ্ঞ।

টীকা ঃ— (১) সমাসবদ্ধ পদৰ দ্বিতীয় পদৰ আদিস্থিত জ্ঞ, জ্জ-লৈ ৰূপান্তৰিত হ'ব পাৰে। যেনে— মনোজ্জ (manojja)<মনোজ্ঞ।

(২) হেমচন্দ্ৰৰ মতে মাগধীত -ঞ্ঞ- হ'ব (৪-২৯৩)।

(খ) মাহাৰাষ্ট্ৰীত প্ৰায়ে আৰু অপভ্ৰংশত সদায় আত্মন্ শব্দ অপ্প হয়। (তুলনীয়— হিন্দী আপন[১])। আন উপাভাষাবোৰত 'অপ্প' আৰু 'অত্ত' উভয় ৰূপ দেখা যায়।

(গ) দ্ম>ম্ম। পো.ম্ম (pomma) <পদ্ম (আৰু পউম ৫°.)।

৩৭. 'ল+স্পৰ্শবৰ্ণ' ; -ল- সদায় স্পৰ্শবৰ্ণৰ লগত সমীভূত হয়। বক্কল<বল্কল, ফগ্গুণ<ফাল্গুন, অপ্প<অল্প, কপ্প<কল্প। (ব্যতিক্ৰম ঃ √জল্প>√জম্প; কিন্তু √জপ্প ও হয়। পবংগ<প্লবংগ।

৩৮. স্পৰ্শবৰ্ণ আৰু উষ্মবৰ্ণ ঃ এই ক্ষেত্ৰত স্পৰ্শবৰ্ণ অঘোষ হ'ব। যেতিয়া উষ্মবৰ্ণ আগত থাকে তেতিয়া স্পৰ্শবৰ্ণৰ লগত তাৰ সমীভৱন হয় আৰু স্পৰ্শবৰ্ণটোৱে মহাপ্ৰাণতা লাভ কৰে; যেনে— স্ত>ত্থ। আকৌ যেতিয়া উষ্মবৰ্ণ কোনো সমাসবদ্ধ পদৰ প্ৰথম পদৰ শেষত থাকে বিশেষকৈ প্ৰথম পদটো যদি 'দুস্' ধৰ্মী উপসৰ্গ হয় তেনেহ'লে পৰৱৰ্তী স্পৰ্শবৰ্ণ মহাপ্ৰাণ হয়।

শ্চ>চ্ছ— অচ্ছৰিঅ<আশ্চৰ্য, পচ্চা<পশ্চাৎ, কিন্তু নিচ্চল<নিশ্চল,

---

১ তুলনীয়— অসমীয়াত আপুনি, কামৰূপী উপভাষাত আপ্নি।

দুচ্চৰিদ<দুশ্চৰিত। (মাগধীত 'শ্চ' থাকে; যেনে— নিশ্চল)।

ষ্ক, ষ্‌ খ>খ্‌খ— শৌ. পো খ্‌খৰ (Pokkhara)<পুষ্কৰ, সুখ্‌খ<শুষ্ক। ইয়াত অৱশ্যে মহাপ্ৰাণতা প্ৰায়ে নহয়।

মা. চউক্ক, শৌ. চদুক্ক<চতুষ্ক।

মা. শৌ. দুক্কৰ<দুষ্কৰ, নিষ্ক্ৰম্‌-ৰ ঠাইত নিক্কম্‌ ইত্যাদি।

ষ্ট, ষ্ঠ>ট্‌ঠ— দিট্‌ঠি<দৃষ্টি, সুট্‌ঠু<সুষ্ঠু।

ব্যতিক্ৰম : বেঢ<বেষ্ট (তুলনীয় পালি— বেঠতি)।

ষ্প, ষ্ফ>প্‌ফ— পুপ্‌ফ<পুষ্প, নিপ্‌ফল<নিষ্ফল।

স্ত, স্থ>থ— থণ<স্তন, অথি<অস্তি, হথ<হস্ত (তুলনীয়— পাঞ্জাবী হথ), অৱথা<অৱস্থা, কাঅত্থঅ<কায়স্থক। সমাস— দুকৰ>দুত্তৰ। কেতিয়াবা এই 'থ'ৰ মূৰ্ধনাকৰণ হয়। মা. শৌ. অট্‌ঠি<অস্থি। √স্থা-ধাতুৰ -থ- আৰু -ট্‌ঠ- উভয়ৰূপ হয়। শৌ. থিদ বা ঠিদ<স্থিত (মা. থিঅ বা ঠিঅ), মা. শৌ. ঠান<স্থান (মা থান ৰূপো হয়), শৌ. থিদি বা ঠিদি<স্থিতি (মা. থিই বা ঠিই)

স্প, স্ফ>প্‌ফ— ফংসে<স্পৰ্শ (৪৯.) ফলিহ (phaliha)<স্ফটিক।

অমাগ. ফুসই<স্পৃশতি।

৩৯. উষ্মবৰ্ণ স্পৰ্শবৰ্ণৰ পাছত থাকিলে উভয়ে -চ্ছ- লৈ ৰূপান্তৰিত হয়: অচ্ছি<অক্ষি, বিচ্ছ<বৃক্ষ, মা. চুহা<ক্ষুধা, মচ্ছৰ<মৎসৰ, বচ্ছ<বৎস (মূল সং 'বৃক্ষ' ও হ'ব পাৰে), অচ্ছৰা<অপ্সৰা, জুগুচ্ছা<জুগুপ্সা।

৪০. সাধাৰণতে ক্ষ<ক্‌খ।

শৌ. খত্তিঅ<ক্ষত্ৰিয়, খিত্ত<ক্ষিপ্ত, অক্‌খি<অক্ষি, লিক্‌খিবিদুং<লিক্ষেপুম, সিক্‌খিদ<শিক্ষিত, দক্‌খিণ<দক্ষিণ ('দাক্ষিণাত্য')। কেতিয়াবা কেতিয়াবা উপভাষাবোৰত -চ্ছ-, -ক্‌খ- উভয়ৰূপেই দেখা যায়।

মা. উচ্ছু, শৌ. ইক্‌খু<ইক্ষু; মা. কুচ্ছি, শৌ. কুক্‌খি<কুক্ষি,

মা. পেচ্ছই/শৌ. পেক্‌খদি (pecchai/pekkhadi)<প্ৰেক্ষতে,

মা. শৌ. সাৰিচ্ছ, শৌ. সাৰিক্‌খ<সাদৃশ্য।

কেতিয়াবা কেতিয়াবা ক্ষ>ঝ।

শৌ. পজ্ঝাবেদি<প্ৰক্ষাপয়তি, মা. শৌ. ঝীণ<ক্ষীণ (খীণ ৰূপো আছে)।

টীকা : শিলালিপি আৰু আন কিছুমান নিদৰ্শনৰপৰা জানিব পাৰি যে ভাৰতবৰ্ষত

২ ইয়াৰ বিস্তাৰিত আলোচনাৰ কাৰণে ছাত্ৰসকলে তলৰ পুথিবোৰৰ ইংৰাজী সংস্কৰণ সমূহ আলোচনা কৰা উচিত :— জে. ব্লক প্ৰণীত লাং মাৰাঠে °১০৪, পিশেল প্ৰণীত প্ৰাকৃত ব্যাকৰণ °৩১৮-°৩২১ আৰু গাইগাৰ প্ৰণীত পালি সাহিত্য °৫৬।

পশ্চিমা আৰু উত্তৰ-পশ্চিমা উপভাষাত -চ্ছ- আৰু পূৰ্বী ভাষাত -ক্খ- ৰূপৰ প্ৰচলন আছিল।

৪১. সমাসত 'ত্+শ', বা 'ত্+স' সস্ বা স; একক -স- হ'লে পূৰ্ববৰ্তী স্বৰৰ দীৰ্ঘতা লাভ।

পজ্জুস্সুঅ<পৰ্যুৎসুক, উসব<উৎসৱ[৩], শৌ. উস্সাস মা. উসাস<উচ্ছ্বাস।

৪২. স্পৰ্শবৰ্ণযুক্ত -ৱ- স্পৰ্শবৰ্ণৰ লগত সমীভূত হয়।

মা. কচিঅ শৌ. কটিদ<কথিত, শৌ. পক্ক<পক্ব, উজ্জল<উজ্জ্বল, সত্ত<সত্ত্ব, দিঅ<দ্বিজ; কিন্তু উব্বিগ্গ<উদ্বিগ্ন, উৎ-উপসৰ্গৰ লগত থাকিলে সদায়ে এনেকুৱা পৰিবৰ্তন ঘটে।

৪৩. স্পৰ্শবৰ্ণৰ লগত যুক্ত -য- সদায় সমীভূত হয়। চাণক্ক<চাণক্য, সোক্খ<সৌখ্য, জোগ্গ<যোগ্য, নট্টঅ<নাট্যক, অব্ভন্তৰ<অভ্যন্তৰ।

৪৪. এনেকুৱা পৰিৱৰ্তনৰ আগ মুহূৰ্তত দন্ত্যবৰ্ণ তালব্যলৈ ৰূপান্তৰিত হয়। সচ্চ<সত্য, ণেবচ্ছ<নেপথ্য, অচ্চন্ত<অত্যন্ত, ৰচ্ছা<ৰথ্যা, অজ্জ<অদ্য, উবজ্ঝাঅ<উপাধ্যায়, সংঝা<সন্ধ্যা, মজ্ঝ<মধ্য।

৪৫. স্পৰ্শবৰ্ণৰ লগত যুক্ত -ৰ- সদায় সমীভূত হয়।

তক্কেমি<তৰ্কয়ামি, চক্ক<চক্ৰ, মগ্গ<মাৰ্গ, গাম<গ্ৰাম, সমুচ্ছিদ<সমুচ্ছ্ৰিত, ণিব্বন্ধ<নিৰ্বন্ধ, চিত্ত<চিত্ৰ, পত্ত<পত্ৰ, অত্থ<অৰ্থ, ভদ্দ<ভদ্ৰ, সমুদ্দ<সমুদ্ৰ, অদ্ধ<অৰ্ধ।

ব্যতিক্ৰম : অত্ৰ<অত্থ, তত্ৰ<তত্থ।

(-ৰ- দন্ত্যবৰ্ণৰ আগত থাকিলে কেতিয়াবা দন্ত্যবৰ্ণ মূৰ্ধন্যলৈ ৰূপান্তৰিত হয় আৰু -ৰ- সেই মূৰ্ধন্যবৰ্ণৰ লগত সমীভূত হৈ পৰে। বিশেষকৈ অৰ্ধ-মাগধীত এই পৰিৱৰ্তনৰ প্ৰচলন দেখা যায়। যেনে— বট্টদি<বৰ্ততে)।

৪৬. দুটা অনুনাসিক : -ম-ৰ পূৰ্বস্থিত -ঙ- আৰু -ণ- অনুস্বাৰত পৰিণত হয়। -ন- পৰবৰ্তী -ম-ৰ লগত আৰু -ম- পৰবৰ্তী -ন- (-ণ-)ৰ লগত সমীভূত হয়। দিংমুহ<দিঙ্মুখ মা. ছংমুহ<ষণ্মুখ, উম্মুহ<উন্মুখ, ণিণ্ণ<নিম্ন, পজ্জুণ্ণ<প্ৰদ্যুম্ন।

৪৭. উষ্মবৰ্ণৰ লগত অনুনাসিক : অনুনাসিক আগত থাকিলে সি অনুস্বাৰলৈ ৰূপান্তৰিত হয়। উষ্মবৰ্ণ আগত থাকিলে সি 'হ'-ত পৰিণত হয়, আৰু লগে লগে উভয়ৰ স্থান পৰিৱৰ্তন হয়।

শ্ন>ণ্হ          পণ্হ<প্ৰশ্ন

৩ তুলনীয়— অসমীয়াত উছৱ/ৱ।

| | |
|---|---|
| শ্ম>ম্হ | কম্হীৰ<কাশ্মীৰ |
| ষ্ণ>ণ্হ | উণ্হ<উষ্ণ, কণ্হ<কৃষ্ণ |
| ষ্ম>ম্হ | গিম্হ<গ্রীষ্ম |
| স্ন>ণ্হ | ণ্হাণ<স্নান |
| স্ম>ম্হ | অম্হে<আস্মে, বিম্হঅ<বিস্ময়। |

ব্যতিক্রম : (১) ৰশ্মি>ৰস্সি, (২) আদিস্থিত শ্ম>ম=মসাণ<শ্মশান,

(৩) স্নেহ/স্নিগ্ধ>ণেহ/ণিদ্ধ বা সিণেহ/সিণিদ্ধ, (৪) সর্বনাম পদৰ অধিকৰণ কাৰকৰ একবচনৰ বিভক্তি স্মিন>স্সিং, স্সি।

শৌ. এদস্সিং<এতস্মিন্, মা. এঅস্সিং বা এঅম্মি (অমাগ.ংসি, লোগংসি<লোকস্মিন=লোকে, তংসি<তস্মিন্)।

৪৮. **অন্তঃস্থবৰ্ণৰ (Semi-vowal) লগত অনুনাসিক :**

অন্তঃস্থবৰ্ণৰ লগত অনুনাসিকৰ সদায়ে সমীভূত হয়। গুম্ম<গুল্ম, মে.চ্ছ (meccha)<ম্লেচ্ছ, অণ্ণেসণা<অন্বেষণা, পুণ্ণ<পুণ্য, অণ্ণ<অন্য, সো.ম্ম (somma)<সৌম্য, ধম্ম<ধৰ্ম, কণ্ণ<কৰ্ণ।

**টীকা :** দীৰ্ঘস্বৰৰ পৰৱৰ্তী ম্য<ম— কামাএ<কাম্যায়া।

৪৯. **উষ্মবৰ্ণ বা অন্তঃস্থ বৰ্ণ :** অন্তঃস্থ বৰ্ণ উষ্মবৰ্ণৰ লগত থাকিলে সদায় সমীভূত হয়

সাহণীঅ<শ্লাঘনীয়, পাস<পাৰ্শ, মা. আস, শৌ অস্স<অশ্ব, অৱস্সং<অৱশ্যম্, মা. মীস, শৌ. মিস্স<মিশ্র, মনুস্স<মনুষ্য, শৌ. পৰিস্সঅদি<পৰিষ্বজ্যতে, ৰহস্স<ৰহস্য, বঅস্স<বয়স্য, তস্স<তস্য, সহস্স<সহস্র, সহত্থ<স্বহস্ত, শৌ. সৰস্সদী<সৰস্বতী, সাঅদং<স্বাগতম্।

**টীকা :** (ক) কেতিয়াবা আকৌ এই 'স্স' -স-ত পৰিণত হৈ (ক) পূৰ্ববৰ্তী স্বৰক দীৰ্ঘ কৰে (মা. মীস, আস— পূৰ্বোক্ত), নাইবা (খ) পূৰ্ববৰ্তী স্বৰক, অনুনাসিকত পৰিণত কৰে। -শ্র-ৰো প্ৰায়ে এইভাবে পৰিৱৰ্তন ঘটে আৰু -র্শ- সদায় এই নিয়ম মানি চলে।

অংসু<অশ্রু, ফংস<স্পৰ্শ, দংসণ<দৰ্শন। (৬৪ )।

(২) কোনো কোনো উপভাষাত স<হ। যেনে— মাগ. কামাহ, অপ. কামহো (kāmaho) পৰৱৰ্তী কালত বিভক্তিৰ (শব্দৰূপ আৰু ধাতুৰূপ উভয়ত) ওপৰত ইয়াৰ প্ৰভাৱ তাৎপৰ্যপূৰ্ণ (২৭)।

৫০. **দুটা অন্তঃস্থ বৰ্ণ :** ইহঁতৰ তিনিটত তলত ক্ৰম অনুসৰি সজোৰাৰ দৰে

আগৰটোৱে পাছৰটোৰ ওপৰত প্ৰাধান্য লাভ কৰে— ল, ৱ, ৰ, য। গল্লক<গল্বৰ্ক, মূল্ল<মূল্য, দুল্লহ<দুৰ্লভ, কব্ব<কাব্য, পৰিব্বাজঅ<পৰিব্ৰাজক, সব্ব<সৰ্ব।

ব্যতিক্ৰম : ৰ্য (ৰ্+য) জ্জ <ৰ্য, অজ্জ<আৰ্য, কজ্জ<কাৰ্য। কেতিয়াবা ৰ্য<ৰ্ল<ল্ল; পল্লথ<পৰ্যন্ত।

**টীকা :** মাগধীত বাহিৰে য্য<জ্জ।

৫১. -ক-, -খ-, -প-, -ফ-, বৰ্ণৰ পূৰ্বস্থিত বিসৰ্গ উষ্মবৰ্ণৰ দৰে লোপ পায়। দুক্খ<দুঃখ, অন্তক্কৰণ<অন্তঃকৰণ; কিন্তু উষ্মবৰ্ণৰ পূৰ্বস্থিত বিসৰ্গ অপৰিবৰ্তিতভাৱে থাকে। শৌ. চদুস্সমুদ্দ<চতুঃসমুদ্ৰ, দুস্সহ<দুঃসহ (তদুপৰি মা. শৌ. দূসহ)।

৫২. অনুনাসিক বা -ল- ৰ আগত -হ- থাকিলে বৰ্ণ বিপৰ্যয় ঘটে।

অবৰণহ<অপৰাহ্ন, মজ্ঝণ্হ<মধ্যাহ্ন, মা. গেণ্হই শৌ. গেণ্হদি<গৃহ্নাতি, চিণ্হ<চিহ্ন। (তদুপৰি মা. চিন্ধ), বম্হণ<ব্ৰাহ্মণ, পল্হথ<*প্ৰহুস্ত (√হ্লস্=হ্রস্)

৫৩. হ্য (হ্ + য)>হ্‌জ>জ্ঝ।

সজ্ঝ<সহ্য, অনুগেজ্ঝ<অনুগ্ৰাহ্য।

৫৪. হ্ব>ব্ভ (ব্হ), হ। বিব্ভল<বিহ্বল, জীহা<জিহ্বা (অমাগ. জিব্ভা)।

(হ্ন, র্হ-ৰ বাবে দ্ৰষ্টব্য-৫৭.)।

৫৫. মূৰ্ধন্যভৱন (Cerebralisation) : কেতিয়াবা দন্ত্যবৰ্ণৰ যুক্ত ব্যঞ্জন মূৰ্ধন্যত পৰিণত হয়। শৌ. মটিআ<মৃত্তিকা, শৌ. মা. বুড্‌ঢ<বৃদ্ধ, গণ্ঠি<গ্ৰন্থি।

মাহাৰাষ্ট্ৰী আৰু মাগধীত এই পৰিবৰ্তন সাধাৰণতে মূল ইণ্ডো-য়ুৰোপীয় ভাষাৰ -ৰ- বা -ঋ-ৰ পৰস্থিত দন্ত্যবৰ্ণৰ ক্ষেত্ৰত দেখা যায়; কিন্তু অৰ্ধমাগধীত আন শব্দত বিশেষকৈ উষ্মবৰ্ণৰ পাছত থকা দন্ত্যবৰ্ণৰ ক্ষেত্ৰত এই পৰিবৰ্তন ঘটে। (পিছেল : প্ৰাকৃত ব্যাকৰণ, §২৮৯; তুলনীয় গাইগাৰ : পালি সাহিত্য, §৬৪)

৫৬. তিনিটা বৰ্ণৰ যুক্ত ব্যঞ্জনৰ ক্ষেত্ৰতো এই নিয়মেই অটুট থাকে। যেনে— মৎস্য>মচ্ছ, অৰ্ঘ্য>অগ্‌ঘ, অস্ত্ৰ>অত্থ, ইত্যাদি।

৫৭. স্বৰভক্তি (Anaptyxis) : যুক্ত ব্যঞ্জনৰ এটা বৰ্ণ যদি অনুনাসিক নাইবা অন্তঃস্থবৰ্ণ হয় তেনেহ'লে সেই যুক্তাক্ষৰটোক কেতিয়াবা এটা স্বৰ-ধ্বনিৰ সহায়ত পৃথক কৰি দুটা একক ব্যঞ্জনলৈ ৰূপান্তৰিত কৰা হয় আৰু তেতিয়া সেই ব্যঞ্জনবৰ্ণ দুটা একক ব্যঞ্জনৰ নিয়মৰ অন্তৰ্ভুক্ত হৈ পৰে। সাধাৰণতে -ই- নাইবা ওষ্ঠ্যবৰ্ণৰ লগত -উ- স্বৰ প্ৰয়োগ কৰি এই স্বৰভক্তি বা বিপ্ৰকৰ্ষ সম্পাদিত কৰা হয়। আকৌ কেতিয়াবা -অ- ধ্বনিও প্ৰয়োগ কৰা হয়।

মা. অৰুণ, শৌ. ৰদণ, মাগ. লদন<ৰত্ন; মা. শৌ. সলাহা<শ্লাঘা, আমৰিস<আমৰ্ষ,

বৰিস<বৰ্ষ, হৰিস<হৰ্ষ, কিলিণ্ণ<ক্লিন্ন, কিলন্ত<ক্লান্ত, মিলান<ম্লান, তুব্ব<স্তব(স্ব), দুৱাৰ/দাৰ<দ্বাৰ, সুবো<শ্বঃ অৰিহ<অৰ্হ, পউম<পদ্ম (পালি পদুম), শৌ. সুমৰদি<স্মৰতি।

৫৮. যুক্ত ব্যঞ্জনৰ এটা বৰ্ণ যদি, য-ধ্বনি হয় তেনেহ'লে সি লোপ পায়। আচাৰিঅ<আচাৰ্য (উচ্চাৰণৰ আচল পাৰ্থক্য ইয়াত নিচেই কম), বেৰুলিঅ<বৈদূৰ্য, চোৰিঅ<চৌৰ্য, হিও<হ্য।

কেতিয়াবা আকৌ -ঈ- ধ্বনিৰ আগম হয়। অচ্ছৰিঅ বা শৌ. অচ্ছৰীঅ<আশ্চৰ্য (মা. অচ্ছেৰ ৭৬.) শৌ. পটীঅদি=পালি পঠীয়তে<পঠ্যতে। ❑

ষষ্ঠ অধ্যায়

# স্বৰ ধ্বনি

৫৯. সংস্কৃত ব্যাকৰণত স্বৰধ্বনিৰূপে ব্যৱহৃত ঘোষবৰ্ণ -ঋ- আৰু -ঌ- পালিৰ দৰে প্ৰাকৃততো বৰ্জিত হৈছে। আজিকালিৰ দৰে প্ৰাচীন ভাৰতীয় ভাষাত -ঋ-, 'ৰি' ৰূপে উচ্চাৰিত নহৈছিল। কিয়নো এইটো কোনো স্বৰধ্বনিযুক্ত ব্যঞ্জন নহয়— বৰং ইয়াক স্বৰধ্বনিৰূপে ব্যৱহৃত ঘৃষ্টবৰ্ণ ('sonant' fricative) বুলিহে অভিহিত কৰিব পাৰি। ইয়াৰ উচ্চাৰণ কোনো কোনো শ্লাভ ভাষাৰ ঘোষ -ৰ- ধ্বনিৰ উচ্চাৰণৰ নিচিনা বুলিব পাৰি। যেনে— Srbi— সাৰ্ব্ সকলৰ নিজৰ ভাষাত 'নিজৰ নামকৰণ'। এই ধ্বনিৰ প্ৰচলন নথকা ভাষাবোৰত স্বাভাৱিকতে এটা অস্পষ্ট 'ο' ৰ দ্বাৰা অথবা ব্যঞ্জন -ৰ- ধ্বনিৰ আগত বা পাছত এটা স্বৰাগমৰদ্বাৰা ইয়াৰ প্ৰয়োগ দেখুৱা হয়। (কেতিয়াবা আকৌ আগে-পাছে দুয়ো ঠাইতে)। সেয়ে বৰ্তমান বেছি সহজ হৈ ওলাই পৰিছে কি (ক) -ঋ- ৰ গুণ 'অৰ্' (-ৰে- নহয়), (খ) আৱেস্তানত বৃত্ৰহণ্ - বেৰেথ্ৰঘ্ন, ঋজু>এৰেজু, (গ) পালিত ইৰিত্বিজ>ঋত্বিজ, ইৰুৱেবদ>ঋগ্বেদ আৰু (ঘ) প্ৰাকৃতত -এ- নথকাৰ কাৰণে (বা 'এ'ৰ কোনো চিহ্ন নথকা বাবে) -ঋ-ৰ ঠাইত -অ-, -ই- বা -উ- আৰু -ৰি- হয়। ঌ-ৰ প্ৰাচীন উচ্চাৰণৰ ছাপ বহু পৰিমাণে অস্পষ্ট। এইটো ইংৰাজীৰ (battle) শব্দৰ অন্ত্যবৰ্ণৰ ধ্বনিৰ (ঘোষ বা আক্ষৰিক Syllabic ল-বৰ্ণ) নিচিনা বুলি ধাৰণা ওপজে— যি ঠাইত -ত- আৰু -ল-ৰ মাজত কোনো স্বৰধ্বনিয়ে ঠাই পোৱা নাই। ইয়াৰ গুণ হৈছে 'অল্'। প্ৰাকৃতত এই ধ্বনিৰ ৰূপ হৈছে 'ইলি', 'লি' বা 'অ'। যেনে— কিলিও=ক৯প্ত (klpta)।

৬০. **ঋ-ৰ অনুকল্প** (Substitute for -ṛ-)।

-ৰি- : (আদ্যস্থিত ঋ-ৰ সলনি) মাগধী -লি-।

ৰিদ্ধি>ঋদ্ধি, ৰিচ্ছ>ঋক্ষ, ৰিসি>ঋষি।

-অ- : মা. কঅ. শৌ. কদ>কৃত, বসহ>বৃষভ।

-ই- (সাধাৰণ) : কিৱিণ>কৃপণ, গিদ্ধ>গৃধ্ৰ, দিট্‌ঠি>দৃষ্টি।

সিআল<শৃগাল, হিঅঅ<হৃদয়।

-উ- : (ওষ্ঠ্যবৰ্ণৰ পাছত বা আন এটি -উ- বৰ্ণ পাছত থাকিলে)

মা. নিহুঅ. শৌ. নিহুদ<নিভৃত, মা. পুচ্ছই, শৌ. পুচ্ছদি<পৃচ্ছতি, মুণাল<মৃণাল, বুত্তন্ত<বৃত্তান্ত।

টীকা : (১) একে উপভাষাতে এই স্বৰধ্বনিৰ অনুকল্পৰ পাৰ্থক্য দেখা যায়। শৌ. দৃঢ়/দিঢ়<দৃঢ়, মা. ণিঅত্ত/ণিবুত্ত<নিবৃত্ত।

(২) সমাসবদ্ধ প্ৰথম পদস্থিত নাইবা -ক- প্ৰত্যয়ৰ পূৰ্বস্থিত বিশেষ্য পদৰ -ঋ- সাধাৰণতে -উ- হয়। শৌ. জামাদুঅ<জামাতৃক, ভাদুসঅ<ভ্ৰাতৃ-শত, কিন্তু কেতিয়াবা আকৌ -ই- হয়। শৌ. ভট্টিদাৰঅ<ভট্টিদাৰক।

(৩) পদাদিস্থিত ঋ>অ, ই , উ। অমাগ. অণ<ঋণ, শৌ. ইসি<ঋষি, উজু<ঋজু, মা. অদ্দই, পালি অচ্ছতি— পিছেলৰ এই ব্যুৎপত্তি 'অস্' বা 'আস্'-ৰ অপৰিণত ৰূপ বুলি আন বহুতে ব্যাখ্যা কৰে। (দ্ৰষ্টব্য— পিছেল : প্ৰাকৃত ব্যাকৰণ, §৪৮০; গাইগাৰ : পালি সাহিত্য, §২৪৫.২)।

(৪) ঋ>ঈ, উ।

(৫) উপভাষাভেদে : দক্ষিণ-পশ্চিমাত -অ- পূৰ্বমধ্য আৰু উত্তৰত -ই- আৰু -উ- (ওষ্ঠ্যবৰ্ণৰ পাছত)। (দ্ৰষ্টব্য— জে. ব্লক : লাং মাৰাথে, §৩১ ; তুলনীয় : পিছেল : প্ৰাকৃত ব্যাকৰণ, §৪৯-§৫১ ; গাইগাৰ : পালি সাহিত্য, §১২)।

৬১. যৌগিক স্বৰ ঐ, ঔ>এ, ও যথাক্ৰমে। দ্বিত্ব ব্যঞ্জনৰ আগত এ, ও হ্ৰস্ব হয়। (১৫. ৬৮.)।

শৌ. এদিহাসিঅ<ঐতিহাসিক, এৰাৱণ<ঐৰাৱণ, তে.ল্ল (tella)<তৈল, বে. জ্জ (bejja)<বৈদ্য। মা. কোমুই. শৌ. কোমুদী<কৌমুদী; জো. ব্বণ (Jobbana)<যৌৱন, সো. ম্ম (somma)<সৌম্য।

টীকা : মাহাৰাষ্ট্ৰী আৰু অন্যান্য প্ৰাকৃতত কেতিয়াবা -ঐ-ৰ ঠাইত 'অই' আৰু -ঔ- ৰ ঠাইত 'অউ' হয়। শৌৰসেনী আৰু মাগধী প্ৰাকৃতত এই পৰিবৰ্তন শুদ্ধ নহয়।

৬২. মাত্ৰা পৰিবৰ্তন : দীৰ্ঘ স্বৰৰ পাছত মাত্ৰ এটা ব্যঞ্জন বৰ্ণহে থাকিব পাৰে আৰু সেয়ে যুক্ত ব্যঞ্জনৰ পূৰ্বস্থিত স্বৰ সাধাৰণতে হ্ৰস্ব হৈ পৰিছে, কম ক্ষেত্ৰত তাৰ কাৰণ সুন্দৰভাৱে এই নিয়মটোৰ মাজতেই পোৱা যায়। এনেকুৱা ঠাইত ব্যঞ্জনবৰ্ণটো সংক্ষেপ বা চুটি কৰি (অৰ্থাৎ একক কৰি) পূৰ্বস্বৰটো দীৰ্ঘ কৰাৰ এটা স্পৃহা দেখা যায়। মাহাৰাষ্ট্ৰীত ইয়াৰ প্ৰচলন বৰ বেছি (বিশেষকৈ অৰ্ধ মাগধী আৰু জৈন মাহাৰাষ্ট্ৰীত)। শৌৰসেনী আৰু মাগধীত ইয়াৰ প্ৰচলন মাহাৰাষ্ট্ৰীতকৈ কম। আধুনিক ভাৰতীয় ভাষাবোৰত এই পৰিবৰ্তন ৰীতিৰ প্ৰচলন অত্যন্ত বেছি। (তুলনীয়— প্ৰা. অপ্পি,

পাঞ্জাবী অগ্‌গ, কিন্তু হিন্দী আগ্)।

৬৩. **হ্ৰস্বস্বৰৰ দীৰ্ঘকৰণ** : সাধাৰণতে ৰ্+ব্যঞ্জন (বিশেষকৈ এটা উষ্মবৰ্ণ), উষ্ম বৰ্ণ+য, ৰ, বা উষ্মবৰ্ণ।

শৌ. কাদুং<কর্তুম্, কাদব্ব<কর্তব্য।

অমাগ. ফাস<স্পর্শ, মণুস<মনুষ্য (শৌ. মণুস্‌স)।

মা. আস<অশ্ব (শৌ. অস্‌স)।

মা. উসৱ<উৎসব, দূসহ<দুঃসহ।

৬৪. কেতিয়াবা স্বৰবৰ্ণ দীৰ্ঘকৃত নহৈ যুক্ত ব্যঞ্জনৰ আদি ব্যঞ্জনটোৰ ঠাইত অনুস্বাৰ ৰূপ লাভ কৰে। দংসণ<দৰ্শন, ফংস<স্পর্শ (৪১.)।

মা. অংসু<অশ্রু (শৌ. অস্‌সু); অমাগ. অংসি<অস্মি (শৌ.ম্‌হি)।

৬৫. কেতিয়াবা ইয়াৰ বিপৰীত ৰূপ লয় অৰ্থাৎ -ৰ-, -স- বা -হ-ৰ পূৰ্বস্থিত অনুস্বাৰটো লোপ হৈ পূৰ্ববৰ্তী স্বৰ দীৰ্ঘকৃত হয়। দাঢা<দ্রংষ্টা।

মা. পীসই, শৌ. পীসেদি<*পিংসতি<পিনষ্টি ;

মা. সীহ<সিংহ (আৰু সিংঘ, শৌ. সিংহ)।

৬৬. আন ভালেমান ঠাইত স্বৰধ্বনি দীৰ্ঘতা প্ৰাপ্ত হয়। কেতিয়াবা সমাসৰ মধ্যবৰ্তী স্থান, কেতিয়াবা বিভক্তিৰ পূৰ্ববৰ্তী স্থান, নাইবা আন শব্দৰ 'সাদৃশ্যৰ কাৰণে (by analogy)।' মা. শৌ. সাৰিক্খ<*সাদৃক্ষ<সদৃক্ষ— অদৃক্ষ, যদৃক্ষ শব্দৰ সাদৃশ্যৰ কাৰণে।

৬৭. **স্বৰধ্বনিৰ হ্ৰস্বকৰণ** : যিদৰে ওপৰত কোৱামতে দ্বিত্ব ব্যঞ্জনৰ পূৰ্ববৰ্তী হ্ৰস্ব হ'ব লাগে সেইদৰে অনুস্বাৰৰ লগত ব্যঞ্জন থাকিলে তাৰ পূৰ্বস্থিত স্বৰ সদায় হ্ৰস্ব হ'ব। পূৰ্বস্বৰ যদি জোৰ বা ঘাতপ্ৰধান (accented) হয় তেনেহ'লে পৰবৰ্তী স্বৰটো কেতিয়াবা হ্ৰস্ব হৈ পৰে। অলিঅ<অলীক (alika), নাইবা পৰবৰ্তী স্বৰ যদি জোৰ প্ৰধান হয় তেনেহ'লে পূৰ্বস্বৰ হ্ৰস্ব হয়। মা. মংজৰ<মাৰ্জাৰ (mārjāra), কিন্তু মংজাৰ (শৌ. মজ্জাৰ)।

**টীকা** : মাহাৰাষ্ট্ৰীয়ে বৈদিক স্বৰাঘাত আৰু শৌৰসেনীয়ে লৌকিক সংস্কৃতৰ স্বৰাঘাত গ্ৰহণ কৰিছে। মাৰাঠী আৰু হিন্দীৰ মাজৰ বৈসাদৃশ্যসমূহ এই (স্বৰাঘাতৰ) ভিন্নতাৰ ফলত হোৱা বুলি অনুমান হয়।

৬৮. মূল শব্দৰ অন্ত্যস্থিত স্বৰ জোৰপ্ৰধান হ'লে একক ব্যঞ্জনটো দ্বিত্ব হোৱাৰ লগে লগে তাৰ পূৰ্বস্থিত স্বৰটো হ্ৰস্বতা প্ৰাপ্ত হয়।

এ.ব্বং>এবং (evam), জোব্বণ<যৌবন (yauvana),

তেল্ল<তৈল (taila), পেম্ম<প্রেমন্ (preman)।

টীকা : (১) যুক্ত ব্যঞ্জন থকা নিপাতৰ পূৰ্বস্থিত শব্দৰ অন্ত্যস্থিত স্বৰ হ্ৰস্ব হৈ পৰে। যেনে— মা. ঠিঅম্হি<স্থিতাস্মি।

(২) শৌ. জেব্ব, জেব্ব (jebba)<এব ; কিন্তু হ্ৰস্বস্বৰৰ পাছত জ্জেব্ব, জ্জেব (jjebba) হয়। যেনে— অজ্জস্স জ্জে.ব্ব (jjebba)<আৰ্যস্যৈব, নাইবা হ্ৰস্ব এ. আৰু ও.-ৰ পাছত : ভূমিএ জ্জেব্ব (bhumie jjebba)<ভূম্যামেৱ, ইদো. জ্জেব্ব (ido jjebba)<ইত এব।

(৩) শ্ৰী<সিৰি।

(৪) মাহাৰাষ্ট্ৰীত ক্ৰিয়াবিশেষণৰ অন্ত্যস্থিত -আ- বহু ঠাইত হ্ৰস্ব হৈছে। জহ<যথা।

৬৯. স্বৰৰ সন্নতি স্বৰান্তৰ। উদাহৰণ :— স্বৰাঘাত যুক্ত ব্যঞ্জনবৰ্ণৰ পূৰ্বস্থিত অ>ই) শৌৰসেনী মাগধীতকৈ মাহাৰাষ্ট্ৰী প্ৰাকৃতত অধিকতৰ)।

পিক্ক<পিক্ব (pikva) (শৌ. পক্ক)।

মা. মজ্ঝিম, কিন্তু শৌ. মজ্ঝম<মধ্যম।

মা. কইম, কিন্তু শৌ. কদম<কতম।

[টীকা : হিন্দী পক্ক (pakkā), মাৰাঠী পিকা (pikā)]

অ>উ:— (ক) ওষ্ঠ্যবৰ্ণৰ লগত। পুলোএদি<প্ৰলোকয়তি (শৌৰসেনীতকৈ মাহাৰাষ্ট্ৰী আৰু অৰ্ধমাগধীত অধিক)।

(খ) অ-কাৰান্ত বিশেষকৈ জ্ঞ-অন্ত পদত। সব্বণ্ণু<সৰ্বজ্ঞ। অ>ই:— (কেতিয়াবা) স্বৰাঘাতৰ পাছত। মা. জম্পিমো<জল্পামঃ (Jalpāmah); স্বৰাঘাতৰ আগত। অমাগ. বিঅত্তিমিত্ত<বিভক্তিমাত্ৰ। এনেকুৱা ঠাইত সাধাৰণতে আ-প্ৰদত্ত ই>এ (হ্ৰস্ব)। যেনে— মে.ত্ত (metta)<মাত্ৰ।

৭০. পাছত -উ- থাকিলে পূৰ্বস্থিত ই>উ।

মা. উচ্ছু<ইক্ষু, অমাগ. উসু<ইষু (কিন্তু শৌ. ইক্খু)।

দ্বিত্ব ব্যঞ্জনৰ পূৰ্বস্থিত ই>এ. (হ্ৰস্ব)। এত্থ (ettha)<ইত্থা, গে.জ্ঝ (gejjha)<*গৃহ্য (<*গিজ্ঝ<গৃহ্য<গ্ৰাহ্য)।

ঈদৃশ আদি শব্দত থকা ঈ>এ/ঈ। শৌ. এৰিস, সাধাৰণতে ঈদিস; সেইদৰে কেৰিস, কীদিস। (টীকা : এৰিস<বৈদিক অয়া (aya) + দৃশ্ : পিছেল : প্ৰাকৃত ব্যাকৰণ, §১২১।)

৭১. দ্বিতীয় অক্ষৰত (syllable) -উ- থাকিলে প্ৰথম অক্ষৰৰ -উ- যদি -অ-

হয়। গৰুঅ<গুৰুক, মউল<মুকুল।

উ>ই : পুৰিস<পুৰুষ (মাগ. পুলিশ)।

উ>ও (হ্রস্ব) যুক্তব্যঞ্জনৰ আগত। শৌ. পো.ক্কৰ (pokkara)<পুষ্কৰ, পা.থঅ (potthaa)<পুস্তক (তুলনীয়— হিন্দী, পোথী), মো.গ্‌গৰ (moggara)<মুদ্‌গৰ, মা. গো.চ্ছ (goccha)<গুচ্ছ।

উ>ও (হ্রস্ব বা দীৰ্ঘ)— দ্বিত্ব ব্যঞ্জনৰ আগত নাইবা যুক্তব্যঞ্জন য'ত সৰলীকৃত অৰ্থাৎ অসংযুক্ত ৰূপ লাভ কৰিছে। মা. মো.ল্ল (molla)<মূল্য, থোৰ (thora)/*থোত্ৰ (thora)<স্থূৰ। সেইদৰে তম্বোল<তাম্বুল (তাম্বুল=*তম্‌বুল—তাম্বোল্ল (tambolla)= তাম্বোল)।

৭২. এ>ই :— (ক) স্বৰাঘাতহীন আখৰত। মা. ইণ (ina)<এন (ena), বিঅণা<বেদনা (vedana), দিঅৰ (diara)<দেৱৰ (devara)।

(খ) দ্বিত বাঞ্জনৰ আগত। শৌ. মিত্তেঅ<মৈত্ৰেয়।

(গ) (উপভাষাত) দীৰ্ঘস্বৰৰ পাছত। শৌ. মাগ. এদিণা<এত্তেন, (আৰু এদেন)।

৭৩. ও>উঃ — (ক) দ্বিত্ব ব্যঞ্জনৰ আগত। মা. অণ্‌ণুণ্‌ণ/অণ্‌ণো.ণ্‌ণ (annonna) (৬১.)<অন্যোন্য।

(খ) অপভ্ৰংশত 'অঃ'—ৰপৰা উদ্ভৱ হোৱা 'ও'-ৰ ঠাইত (অ-কাৰান্ত কৰ্তৃকাৰকৰ একবচনত যিদৰে হয়)। লোউ<লোকঃ, সীহ<সিংহ (সন্ধিত আজিও বৰ্তমান। যেনে— চণ্ডু বা চন্দ্ৰু<চন্দ্ৰঃ)।

৭৪. স্বৰধ্বনিৰ লোপসাধন। উদাহৰণ :— অমাগ. পোসহ<উপবসথ (upabasatha), শৌ. বট্‌ঠিদ<অৱস্থিত, মা. বণ্ণ<অৰণ্য (বণ্ণ'—কচ্ছ)। অপি>পি (অনুস্বাৰৰ পাছত), বি (স্বৰৰ পাছত)।

ইতি<তি (অনুস্বাৰৰ পাছত), ত্তি (স্বৰৰ পাছত)।

শৌ. মাগ. দাণিং<ইদানীং

মা. পিউস্‌সিঅ<পিতৃস্বসৃকা<*পিউস্‌সিআ।

মা. শৌ. পো-প্‌ফলি (popphali)=পূগফলী, খু<খলু।

মজ্‌ঝণ্‌ণ<মধ্যংদিন, (madhyamdina), শৌ. মাগ. ধীদা<দুহিতা (<*দুহীতা)।

*টীকা : কেৱল স্বৰাঘাতহীন স্বৰধ্বনি লোপ হয়। এই বিলোপ সাধন ৰীতিৰ পৰা কোনো শব্দৰ স্বৰাঘাত সম্পৰ্কে সুস্পষ্ট ধাৰণা কৰিব পৰা যায়।*

৭৫. সম্প্ৰসাৰণ : সংস্কৃতত্তকৈ প্ৰাকৃতত -ৱ-/-য়-, -ই- আৰু -ৱ- ৰ ঠাইত 'উ'

হোৱাৰ উদাহৰণ বহু পৰিমাণে পোৱা যায়। অয় আৰু অৱ<এ আৰু ও, যথাক্রমে। শৌ. তিৰিচ্ছ=*তিৰ্যক্ষ, তিৰ্যক<তুৰিদ<ত্বৰিত,

কধেদু<কথয়তু, ওদাৰ<অৱতাৰ, গোমালিঅ<নৱমল্লিকা, মা. লোণ<লৱণ, শৌ. ভোদি<ভৱতি।

৭৬. **অপিনিহিত** (Epenthesis) **:** অৰ্য, আৰ্য প্ৰদত্ত 'অৰিঅ' কেতিয়াবা কেতিয়াবা 'এৰ' হয়। পেৰন্ত<পৰ্যন্ত, মা. অচ্চেৰ<আশ্চৰ্য (কিন্তু শৌৰসেনী অচ্ছৰিঅ)।

মা. কেৰ<কাৰ্য, শৌ. তুম্হকেৰ, অম্হকেৰ।

**টীকা :** প্ৰাচীন হিন্দী আৰু প্ৰাচীন গুজৰাটীত ষষ্ঠীৰ একবচনত ব্যৱহাৰ হোৱা কেৰো, কেৰী<কেৰক। কাৰ্য>কেৰক— এই ব্যুৎপত্তি বীমৃচে মানি লোৱা নাই (দ্রষ্টব্য— বীমচ্ ii–§২৮৬)। হিন্দী -কা/কী- আদি ; ৰাজস্থানী - ৰো/-ৰী আদি আৰু বঙালী -এৰ, (অসমীয়া -ৰ, -অৰ)<কেৰক। ❑

সপ্তম অধ্যায়

# সন্ধি

৭৭. প্ৰাকৃতত পদৰ শেষত কোনো ব্যঞ্জনবৰ্ণ নাথাকে। (২৯.)। সেয়ে সংস্কৃতৰ প্ৰত্যক্ষ বা বহিৰ্সন্ধিৰ প্ৰায় অধিকাংশ জটিলতা ইয়াত লোপ পাইছে। সাধাৰণতে পদান্তস্থিত ব্যঞ্জনবৰ্ণ লোপ হ'লেও স্বৰবৰ্ণৰ পূৰ্বস্থিত ব্যঞ্জন কেতিয়াবা কেতিয়াবা সংৰক্ষিত হয়।

অমাগ. জদ্ অত্থি<যদ্ অস্তি মাগ. যদ্ ইশ্চশে<যদ্ ইচ্ছসে, নাইবা নিপাতৰ আগটো কেতিয়াবা থাকে। অমাগ. ছচ্ছেব<ষড়্এব, ছপ্পি<ষড়্অপি (এইবোৰ সাধাৰণ, অপৰিবৰ্তনীয় বাক্যাংশ)। 'দুৰ' আৰু 'নিৰ'ৰ -ৰ- থাকে। শৌ. দুৰাগদ<দুৰাগত, নিৰন্তৰ। -ম্- কেতিয়াবা কেতিয়াবা থাকে। মা. এ. ক্কম্ (ekkam) /এক্কং (ekkam)<এঁকৈকম্।

৭৮. এইদৰে পৰিবৰ্তিত হোৱাৰ পাছত ইয়াৰ লগত বিভক্তি যোগ কৰি শব্দৰূপ কৰিব লাগে। যেনে— এ. ক্কম (ekkam)-এ. ক্কে (ekke)। এইদৰে ম্-সন্ধি ব্যঞ্জনৰূপে ব্যৱহৃত হয়। যেনে— অঙ্গ-ম্-অঙ্গম্মি<অংগে'ংগে, গোণ-ম্-আঈ<গবাদয়ো, এস-ম্-অগ্‌গী<এষোম্মিঃ।

'য়' আৰু 'ৰ' -ৰ সন্ধি ব্যঞ্জনৰূপে ব্যৱহাৰ বিৰল। অমাগ. ধি-ৰ-অত্থু<ধিগ্ অস্তু।

৭৯. সমাসত প্ৰথম পদান্ত ব্যঞ্জনবৰ্ণটো দ্বিতীয় পদাদিস্থিত ব্যঞ্জনৰ লগত সমীভূত হয়; কিন্তু কেতিয়াবা কেতিয়াবা দুয়োটা পদকে পৃথক শব্দ হিচাপেও লোৱা যায়।

মা. সৰিসংকুল<সৰিৎসংকুল, দূলহ<দুৰ্লভ (সাধাৰণতে দুল্লহ), দুসহ<দুঃসহ (সাধাৰণতে দুস্‌সহ বা দূসহ)।

(খ) স্বৰ :

৮০. প্ৰাকৃতত 'সন্নিকৃষ্ট স্বৰ' (hiatus) ৰক্ষিত হয়; কিন্তু সমাজত সাধাৰণতে সংস্কৃতৰ দৰে প্ৰথম পদান্তস্থিত স্বৰৰ লগত দ্বিতীয় পদাদিস্থিত স্বৰৰ সন্ধি হয়।

শৌ. কিলেসাণল<ক্লেশানল, জম্মন্তৰে<জন্মান্তৰে (দুটা ব্যঞ্জনৰ আগত -অ-/-অ-), ৰাএসি-ৰাঅ+ইসি<ৰাজৰ্ষি।

কেতিয়াবা আকৌ ইইতৰ মাজত সন্ধি নহয়। শৌ. পূআঅৰিহ<পূজাৰ্হ, বসন্তসৱ-উৱাসন<বসন্তোৎসৱোপাসন।

৮১. সমাসৰ দ্বিতীয় পদৰ আদিৰ সংযুক্ত ব্যঞ্জনৰ আগত -ই- বা -উ- নাইবা -ঈ- বা -উ- থাকিলে প্ৰথম পদান্তস্থিত -অ- বা -আ- লোপ পায়।

মা. গইন্দ<গজেন্দ্ৰ, শৌ. ণৰিন্দ<নৰেন্দ্ৰ, মন্দ-মাৰুদ'- উব্বেল্লিদ (ubbellida) <মন্দ-মাৰুতোদ্বেল্লিত, মহ'উসব<মহোৎসৱ।

ব্যতিক্ৰম : কেতিয়াবা দ্বিতীয় পদৰ আদিৰ একক ব্যঞ্জনৰ পূৰ্বস্বৰ যদি -ঈ-, -উ- হয় তেনেহ'লে দুয়োটা স্বৰৰ সন্ধি হয়। শৌ. মহূৰোক; উপসৰ্গৰ লগত সদায় সন্ধি হয়। শৌ. পে.কৃখদি (pekkhadi) মা. পে.চ্ছই (pecchai) মাগ. পেস্কদি<প্ৰেক্ষতে।

ই, ঈ, বা উ, উ আৰু অসদৃশ স্বৰৰ মাজত সন্ধি নহয়।

৮২. পদমধ্যস্থিত ব্যঞ্জনৰ লোপ সাধনৰ ফলত উদ্ভৱ হোৱা সন্নিকৃষ্ট স্বৰৰ মাজত সন্ধি নহয়।

ব্যতিক্ৰম : (ক) এই নিচিনা সন্নিকৃষ্ট সমস্বৰ কেতিয়াবা মিলিত হয়। পাইক=পাআইক<পাদাতিক।

(খ) অ, আ— স্বৰৰ পাছত থকা সন্নিকৃষ্ট -ই-, -ঈ-, -উ-, -উ- স্বৰৰ মাজত সন্ধি হয়। থেৰ=থইৰ<স্থবিৰ। মা. পো.ম্ম (pomma) শৌ. পউম<পদ্ম, মোৰ<ময়ূৰ (আৰু মউৰ), মা. মোহ<ময়ূখ (আৰু মউহ)।

(গ) সমাসত। মা. অন্ধাৰিঅ<অন্ধকাৰিত। দেশী— চম্মাৰঅ<চৰ্মকাৰক। অমাগ. লৌহাৰ<লৌহকাৰ, দেউল<দেৱকুল। মাগ. লাউল<ৰাজকুল।

৮৩. বাক্যস্থিত পদৰ মাজত সন্ধি নহয় অৰ্থাৎ সন্নিকৃষ্ট স্বৰধ্বনিও একে ৰকমেই থাকে।

ব্যতিক্ৰম : (ক) ন (=নহয়) কেতিয়াবা পদাদিস্থিত স্বৰৰ লগত সন্ধিবদ্ধ হয়। ণত্থি<নাস্তি, ণাহং<ন+অহম্। শৌ. ণাদিদূৰ<নাতিদূৰ, শে. চ্ছদি (necchadi)<ন+ইচ্ছতি।

(খ) শৌ. আৰু মাগ. প্ৰাকৃতত নু+এতদ<ণেদং, এটা পদৰূপে ব্যৱহৃত হয়।

(গ) সংস্কৃতৰ দৰে -এ-, -ও- স্বৰৰ পৰৱৰ্তী পদাদিস্থিত -অ- কেতিয়াবা কেতিয়াবা লোপ হয়। ❏

অষ্টম অধ্যায়

# শব্দৰূপ

---

৮৪. নিম্নলিখিত কথাবোৰৰ কাৰণে প্ৰাকৃত আৰু সংস্কৃতত সমগ্ৰ শব্দসমূহে পৃথক ৰূপ লৈছে ঃ (ক) পূৰ্বোক্ত ধ্বনিতত্ত্বৰ নিয়মানুসৰি পৰিবৰ্তন আৰু বিভক্তিসমূহ প্ৰভাবান্বিত হোৱা নিয়মবোৰ; (খ) 'সদৃশ্য'ৰ দ্বাৰা এক শ্ৰেণীৰ শব্দ আন শ্ৰেণীভুক্ত কৰাৰ ফলত শব্দৰূপত সৰলতাৰ সৃষ্টি। সংস্কৃতত অব্যৱহৃত কেইটামান বিভক্তিৰ চিন বা কীৰ্তি প্ৰাকৃতত কমসংখ্যক শব্দৰূপত পোৱা যায়; সেইবোৰ সংস্কৃতক বাদ দি আন প্ৰাচীন ভাষাৰপৰা প্ৰাকৃতে আহৰণ কৰিছে। মুঠতে প্ৰাকৃত ব্যাকৰণৰপৰা ইয়াকে বুজা যায় যে প্ৰাচীন পদ্ধতি ক্ষয়প্ৰাপ্ত হোৱা অনুপাতে নতুন পদ্ধতি ৰচিত হোৱা নাই।

৮৫. দ্বিবচন একেবাৰে লোপ পাইছে। চতুৰ্থী বিভক্তিৰ ৰূপ ষষ্ঠী বিভক্তিত প্ৰায় একেবাৰে বিলীন হৈ গৈছে— (মাহাৰাষ্ট্ৰীত অ-কাৰান্ত শব্দৰ চতুৰ্থীৰ একবচন পোৱা যায়)। ধ্বনি পৰিবৰ্তনৰ সাধাৰণ নিয়মানুসৰি ব্যঞ্জনান্ত শব্দৰূপ একেবাৰে লোপ পাইছে; ক'ৰবাতহে দুই-এটা নিৰ্দেশমাত্ৰ পোৱা যায়।

অধিক সংখ্যক বিশেষ্য শব্দৰেই ৰূপ এই নিচিনা ঃ—

(১) অ-কাৰান্ত পুংলিংগ নাইবা ক্লীবলিংগ পদ।

(২) ই-কাৰান্ত বা উ-কাৰান্ত পুংলিংগ নাইবা ক্লীবলিংগ পদ।

(৩) আ-কাৰান্ত, ই-কাৰান্ত, ঈ-কাৰান্ত, উ-কাৰান্ত, ঊ-কাৰান্ত স্ত্ৰীলিংগ পদ।

৮৬. **অ-কাৰান্ত শব্দৰ ৰূপ**। সাধাৰণ।

**পুংলিঙ্গ ঃ পুত্ত<পুত্ৰ 'পুতেক'।**

| | | শৌ. | মা. |
|---|---|---|---|
| একবচন ঃ | কৰ্তা | পুত্তো | পুত্তে |
| | কৰ্ম | পুত্তং | পুত্তং |
| | কৰণ | পুত্তেণ | পুত্তেণ (২) |
| | সম্প্ৰদান | — | পুত্তাঅ |
| | অপাদান | পুত্তাদো | পুত্তাও |
| | সম্বন্ধ | পুত্তস্স | পুত্তস্স |

| | | | |
|---|---|---|---|
| | অধিকৰণ | পুত্তে | পুত্তস্মি/পুত্তে |
| বহুবচন ঃ | কর্তা | পুত্তা | পুত্তা |
| | কর্ম | পুত্তে | পুত্তা/পুত্তে |
| | কৰণ | পুত্তেহি | পুত্তেহিং |
| | অপা. | (পুত্তেহিংতো) | (ভালেমান ৰূপ) |
| | সম্ব. | পুত্তাণং | পুত্তাণং |
| | অধি. | পুত্তেসু(ং) | পুত্তেসু(ং) |

**টীকা ঃ** (১) পুত্তাদো, পুত্তাও অপাদান একবচন =*পুত্রতস্। অপাদানত এই -তস্ বিভক্তিৰ আগত হ্ৰস্ব স্বৰ দীৰ্ঘ হৈছে যদিও ই ক্ৰিয়া বিশেষণ হিচাপে ব্যৱহাৰ হোৱাৰ সময়ত হ্ৰস্ব স্বৰ অপৰিৱৰ্তিতভাৱে থাকিবও পাৰে। যেনে— অগ্‌গদো<অগ্ৰতঃ, জম্মদো<জন্মতঃ।

সম্ভৱতঃ পুত্তাদো 'পুত্রাৎ' শব্দৰদ্বাৰা প্ৰভাৱান্বিত হৈছে।

(২) পুত্তে কর্ম বহুবচনত এই ৰূপপ্ৰাপ্তিৰ মূলতে সর্বনাম তুম্‌হে, ইমে আদিৰ 'সাদৃশ্য' (Analogy)।

(৩) পুত্তেহিং কৰণ বহুবচন<*পুত্রেভিঃ (ঋগ্বেদত থকাৰ দৰে) (২৯.)।

(৪) অপাদান বহুবচন — অমাগ. ভিন্ন আন প্ৰাকৃততো খুব কমসংখ্যক ৰূপহে পোৱা যায়। পুত্তেহিং-তো=কৰণ বহুবচন+তস্।

(৫) পুত্তম্মি<*পুত্রস্মিন্ (সর্বনামৰ ৰূপ)।

৮৭. **ক্লীবলিঙ্গ ঃ ফল শব্দ**

পুত্ত শব্দৰ দৰে একে নিয়মে ৰূপ হ'ব— কেৱল কর্তা কর্ম একবচনত ফলং, কর্তা কর্ম বহুবচনত ফলাইং।

৮৮. **ই-কাৰান্ত শব্দৰ ৰূপ**। সাধাৰণ

**পুংলিঙ্গ ঃ অগ্‌গি<অগ্নি 'জুই'**।

| | | |
|---|---|---|
| একবচন ঃ | কর্তা | অগ্‌গী |
| | কর্ম | অগ্‌গিঃ |
| | কৰণ | অগ্‌গিণা |
| | অপা. | সাধাৰণতে ব্যৱহাৰ নহয় (ভালেমান ৰূপ) |
| | সম্ব. | অগ্‌গিণো, মা. অগ্‌গিস্‌স |
| | অধি. | অগ্‌গিম্মি। |
| বহুবচন ঃ | কর্তা | অগ্‌গীও, অগ্‌গীণো (মা. অগ্‌গিণো/অগ্‌গী) |
| | কর্ম | অগ্‌গিণো |

| | |
|---|---|
| কৰণ | অগ্গীহিং (মা. অগ্গীহি) |
| অপা. | (ব্যৱহাৰ নহয়) |
| সম্ব. | অগ্গীণং (মা. অগ্গীণ) |
| অধি. | অগ্গীসু(ং) |

**টীকা :** (১) সম্বন্ধ একবচন অগ্গিণো— সংস্কৃত ক্লীবলিংগ শব্দৰ দৰে ইন্ ভাগান্ত শব্দৰূপৰপৰা আহৰিত; অগ্গিস্স সিদ্ধ হৈছে পুত্তস্স শব্দৰ 'সাদৃশ্য'ৰ দ্বাৰা।

(২) অধিকৰণ একবচন অগ্গিম্মি— তুলনীয় পুত্তম্মি।

(৩) কৰ্তা কৰ্ম বহুবচন অগ্গিণো ইন্-ভাগান্ত শব্দৰ 'সাদৃশ্য'ৰ দ্বাৰা। অগ্গীও— তুলনীয় ঈ-কাৰান্ত স্ত্ৰীলিংগ বহুবচন ঈও<ঈ-অস্।

(৪) মা অগ্গী— পুত্ত-ৰপৰা হোৱা পুত্তা-ৰ 'সাদৃশ্য'ৰ দ্বাৰা।

(৫) অগ্গীহিং কৰণ বহুবচন। হি, হিং— বিভক্তিৰ পূৰ্বস্বৰ সদায় দীৰ্ঘ হয়। তুলনীয় পুত্তেহিং। শব্দৰ এইবিলাক ৰূপত মাহাৰাষ্ট্ৰী আৰু অন্যান্য কোনো কোনো উপভাষাৰ পদান্তস্থিত অনুস্বাৰ বিকল্পে লোপ পাইছে।

৮৯. **ক্লীবলিঙ্গ : দহী**<দধি 'দৈ'।

অগ্গী শব্দৰ দৰে একে নিয়মে ৰূপ হ'ব— কেৱল কৰ্তা কৰ্ম একবচনত দহিং বা দহি, বহুবচনত দহীইং।

৯০. উ-কাৰান্ত শব্দৰ ৰূপো প্ৰায় একে নিয়মে হ'ব। যেনে— বাউ<বায়ু; একবচন— কৰ্তা বাউ, কৰ্ম বাউং, কৰণ বাউণা, সম্ব. বাউণো (মা. বাউস্স), অধি. বাউম্মি। বহুবচন— কৰ্তা বাউণো (মা. বাউ), কৰ্ম. বাউণো, কৰণ বাউহি (ং), সম্ব. বাউণ(ং), অধি. বাউসু(ং)।

**ক্লীবলিঙ্গ : মহু**<মধু 'মৌ'; কৰ্তা কৰ্ম একবচন মহু (ং), বহুবচন মহূইং।

৯১. **স্ত্ৰীলিঙ্গ শব্দৰ ৰূপ**

কৰণ সম্বন্ধ আৰু অধিকৰণ একবচন ৰূপ একে ৰকমৰ। আ-কাৰান্ত, ঈ-কাৰান্ত বিশেষ্যৰ ৰূপ অবিকল একে।

| একবচন : | মালা | দেৱী | বহূ (বধূ) |
|---|---|---|---|
| কৰ্তা | মালা | দেৱী | বহূ |
| কৰ্ম | মালং | দেৱিং | বহুং |
| অপা. | মালাদো | দেৱিদো | বহূদো |
| | (মা. মালাও) | (মা. দেৱীও) | (মা. বহূও) |
| কৰণ/সম্ব./অধি. | মালাএ | দেৱীএ | বহূএ |
| সম্বো. | মালে | দেৱি | বহু |

বহুবচন :

| | | | |
|---|---|---|---|
| কৰ্তা কৰ্ম | মালাও, মালা | দেৱীও | বহুও |
| কৰণ | মালাহি (১) | দেৱীহিঁ(১) | বহুহিঁ(১) |
| অপা. | মালাহিংতো | দেৱীহিংতো | বহুহিংতো |
| সম্ব. | মালাণ(১) | দেৱীণ(১) | বহূণ(১) |
| অধি. | মালাসু(১) | দেৱীসু(১) | বহূসু (১) |

টীকা : (১) অপাদান একবচন আদো— আও পুংলিংগ শব্দৰূপৰ 'সাদৃশ্য'ৰ দ্বাৰা। শৌ. আএ।

(২) কৰণ সম্বন্ধ অধিকৰণ একবচন— আএ; যজুৰ্বেদ আৰু ব্ৰাহ্মণত সম্বন্ধ আৰু অপাদানত ব্যৱহৃত সংস্কৃত আয়ৈ ইয়াৰ মূল।

কৰ্তা বহুবচন আও— দেৱীও শব্দৰ 'সাদৃশ্য'ৰদ্বাৰা। (ঈও<ঈ+অঃ)

৯২. সাধাৰণ শব্দৰূপৰ বিভিন্ন ৰূপ : অ-কাৰান্ত শব্দ :

(১) কৰ্তা একবচন মাগ. অমাগ. -এ। মাগ. পুলিশে, অমাগ. পুৰিশে<পুৰুষঃ। অপ. কৰ্তা একবচন -উ।

(২) অমাগ. সম্প্ৰদায় একবচনত -আএ (স্ত্ৰীলিংগ শব্দৰূপৰা); দেৱাএ<দেৱত্বায়।

(৩) মাগ. অমাগ. অপাদান একবচনত -আও, ছন্দ ৰক্ষাৰ্থে (for metricausa)- আউ হয়। বণ্ণাউ<অৰণ্যাৎ।

মা. অমাগ. -তে -আ (<-আৎ) যুক্তৰূপো আছে। বসা<বশাৎ, ঘৰা<গৃহাৎ।

মাহাৰাষ্ট্ৰীত অপাদান একবচনত -হি বিভক্তি সদায় পোৱা যায় : মূলাহি, দূৰাহি। দিংতো বেছি সংখ্যক ঠাইত পোৱা নাযায় : হিঅআহিংতো<হৃদয়াৎ।

(৪) সম্বন্ধ একবচন মাগ. শ্শ, হ। চালুদত্তশ্শ/চাৰুদত্তাহ।

(৫) মাহাৰাষ্ট্ৰীত অধিকৰণ একবচনত -এ, অম্মি বহু সময়ত একেলগে প্ৰয়োগ হয় : গঅম্মি পত্তসে<গতে প্ৰদোষে। অমাগ.-ংসি [-স্মিন্ ৪৭.] বিভক্তিৰ প্ৰয়োগ সৰ্বাধিক, লোগংসি<লোকে।

কেইটামান উপভাষাত অধিকৰণত -হিং হয়। মাগ পবহণাহিং<প্ৰৱহণে।

(৬) ক্লীবলিংগ বহুবচন মা. আইং, অই, আই। অমাগ. শৌ. -আণি ৰূপৰ ব্যৱহাৰো পোৱা যায়।

কোনো উপভাষাত [বৈদিকৰ দৰে]আ। শৌ. বিধুণা, জানবত্তা<যান পাত্ৰাণি।

(৭) কৰ্ম বহুবচন পুংলিংগ— কোনো কোনো উপভাষাত আ<আন্। মা. গুণা<গুণান্, অমাগ. আসা<অশ্বান্ (অপভ্ৰংশত বহু প্ৰচলিত)।

৯৩. ই-কাৰান্ত আৰু উ-কাৰান্ত শব্দ : (১) অপাদান একবচন। উদাহৰণ—

মা. উঅহীউ<উদধেঃ, অমাগ. কুচ্ছীও<কুক্ষেঃ, জৈমা. কম্মগ্গিণো<কৰ্মাগ্নেঃ।

(২) অধিকৰণ একবচন অমাগ. -ংসি সৰ্বাধিক প্ৰচলিত ৰূপ ঃ কুচ্ছিংসি<কুক্ষৌ। অপ, -হিঁ ঃ আইহিঁ<আদৌ।

(৩) কৰ্তা বহুবচন অমাগ. ৰিসও<ঋষয়ঃ, সাহবো<সাধবঃ (ক্লীবলিংগ) মা. অচ্ছীইং<অক্ষীণি আৰু অচ্ছীণি, অমাগ. মংসূইং বা মংসূণি<শ্মশ্ৰূণি।

(৪) পুংলিংগত -ঈ- আৰু -ঊ- হ্ৰস্ব হয় আৰু তাৰ পাছত সিহঁতৰ ই-কাৰান্ত আৰু উ-কাৰান্ত বিশেষ্য পদৰ দৰে ৰূপ হয়।

৯৪. **স্ত্ৰীলিঙ্গ অ-কাৰান্ত শব্দ** ঃ (১) কৰণ, সম্বন্ধ, অধিকৰণ একবচন- আএ, ছন্দ ৰক্ষাৰ্থে-আই হয়।

(২) কোনো কোনো বৈয়াকৰণৰ মতে -আঅ ৰূপৰ প্ৰয়োগ নিষিদ্ধ ; কিন্তু মাহাৰাষ্ট্ৰীত পোৱা যায়। যেনে— জোণ্হাঅ<জ্যোৎস্নায়া।

(৩) অপাদান একবচনৰ সৰ্বাধিক প্ৰচলিত ৰূপ মা.-আও, শৌ. মাগ.-আদো। আৰৌ শৌ. মাগ. প্ৰাকৃতত -অএ ৰূপৰো প্ৰয়োগ আছে। যেনে— ইমাএ মঅতণ্হিআএ<অস্যা মৃগতৃষ্ণিকায়াঃ।

(৪) কৰ্তা কৰ্ম বহুবচন -আঃ, মা. ৰেহা<ৰেখাঃ, শৌ. পূইজ্জন্ত্ৰ দেৱদা<পূজ্যমানা দেৱতাঃ।

৯৫. **ঈ-কাৰান্ত আৰু উ-কাৰান্ত শব্দ**

(১) মা. 'ঈএ' বহু ঠাইত 'ঈঅ' হৈছে।

(২) শৌ. দিট্‌ঠিআ<দিষ্ট্যা প্ৰাচীন ৰূপ ৰৈ গৈছে।

(৩) কৰ্তা কৰ্ম বহুবচন 'ঈও' 'উও' ছন্দ ৰক্ষাৰ্থে 'ঈউ' 'উউ' হৈছে।

৯৬. **সংস্কৃত ঋ-কাৰান্ত শব্দৰ ৰূপ ঃ** সম্বন্ধবাচক আৰু কৰ্তৃবাচক শব্দৰ মাজত পাৰ্থক্য সংৰক্ষিত হৈছে। প্ৰাকৃতে কৰ্তা কৰ্ম একবচন আৰু কৰ্তা বহুবচনৰ ক্ষেত্ৰত সংস্কৃতকেই অনুসৰণ কৰিছে। পৰৱৰ্তী কাৰকত পদ উ-কাৰান্ত (বা ই-কাৰান্ত) হ'ব নাইবা কৰ্মকাৰকৰ ৰূপৰপৰা নতুন পদ সৃষ্টি হ'ব। পিউ, পিই বা পিঅৰ<পিতৃ; ভত্তু; ভট্টি বা ভত্তাৰ<ভৰ্তৃ।

৯৭. **কৰ্তৃবাচক-ভত্তু<ভৰ্তৃ; সম্বন্ধবাচক— পিউ<পিতৃ।**

| | | | | |
|---|---|---|---|---|
| একবচন ঃ | কৰ্তা | ভত্তা | শৌ. পিদা | মা. পিআ |
| | কৰ্ম | ভত্তাৰং | পিদৰং | পিঅৰং |
| | কৰণ | ভত্তুণা | পিদুণা | পিউণা |
| | সম্ব. | ভত্তুণো | পিদুণো | পিউণো |
| | অধি. | শৌ. ভত্তাৰে | — | — |

| | | | | |
|---|---|---|---|---|
| বহুবচন : | কৰ্তা | ভত্তাৰো | শৌ. পিদৰো | মা. পিঅৰো |
| | কৰ্ম | — | পিদৰো } | পিঅৰো |
| | | | পিদৰে } | পিউণো |
| | কৰণ | ভত্তাৰেহিং | পিউহিং | — |
| | সম্ব. | ভত্তাৰাণ(ং) | পিউণং | — |
| | অধি. | ভত্তাৰেসু | পিউসু(ং) | — |

টীকা : (১) ভৰ্তৃ— ই-কাৰান্ত হয়। কৰ্তা ভট্টা, কৰ্ম ভট্টাৰং, কৰণ ভট্টিণা।

| | | | |
|---|---|---|---|
| (২) মাতৃ — | কৰ্তা | মা মাআ | শৌ মাদ, মাদা |
| | কৰ্ম | মা. মাঅৰং | শৌ মাদৰং |
| | কৰণ | মা. মাআএ | শৌ. মাদাএ |

আন ৰূপো হ'ব পাৰে : মাআ—মাঈ—মাউ বা মাঅৰা।

৯৮. অন্ ভাগান্ত : ন লোপ হৈ যায় আৰু অ-কাৰান্ত শব্দৰ দৰে ৰূপ হয়। সেইদৰে পে.ম্ম (pemma)<প্ৰেমন্—একবচন কৰ্তা কৰ্ম=পে.ম্মং (pemmam), কৰণ পেম্মেণ, সম্বন্ধ পেম্মস্স, অধিকৰণ পে.ম্মে (pemme) (মা. পেম্মম্মি—pemmammi); বহুবচন কৰ্তা কৰ্ম পেম্মাইং, সম্বন্ধ পেম্মাণং।

মুদ্ধা বা মুদ্ধাণো<মূৰ্ধা :— অমাগ. কৰণ মুদ্ধেণ বা মুদ্ধাণেণং (প্ৰাচীন শব্দৰূপৰ শেষৰ চিহ্ন কৰ্তাৰ একবচন -আ প্ৰায়ে ব্যৱহৃত হয়)।

প্ৰাচীন অন্-ভাগান্ত ৰূপ কিছু অংশ ৰক্ষিত হৈছে— বিশেষকৈ ৰাজন্ আৰু আত্মন্ শব্দ দুটাত।

৯৯ শব্দৰূপ : ৰাঅ=ৰাজন্

| | | |
|---|---|---|
| একবচন : | কৰ্তা | ৰাআ<ৰাজা |
| | কৰ্ম | ৰাআণং<ৰাজানম্ |
| | কৰণ | ৰণ্ণা<ৰাজ্ঞা (৩৬) বা ৰাইণা |
| | | (ইয়াত স্বৰভক্তিৰ 'ই' আগম হৈছে) |
| | সম্ব. | ৰণ্ণো<ৰাজ্ঞঃ বা ৰাইণো |
| | অধি. | (ৰাইম্মি, ৰাঅম্মি, ৰাএ) |
| | সম্বো. | ৰাঅং<ৰাজন্। |
| বহুবচন : | কৰ্তা (কৰ্ম) | ৰাআণো<ৰাজানঃ |
| | কৰণ | ৰাঈহিং (ই-কাৰান্ত শব্দৰ 'সাদৃশ্য'ৰ দ্বাৰা<ৰাইণা) |
| | সম্ব. | ৰাঈণং |

টীকা : সমাসত ৰাঅ শব্দই সদায় অ-কাৰান্ত শব্দৰূপৰ নীতিকেই অনুসৰণ কৰি

নচলে।

শৌ. মহৰাও<মহাৰাজঃ, জুঅৰাও<যুবৰাজঃ বচ্ছৰাও<বৎসৰাজ; কিন্তু অমাগ. দেবৰায়া<দেবৰাজাঃ।

শৌ. মহাৰাঅং (কৰ্ম), মহাৰাএণ (কৰণ), মহাৰাঅস্‌স (সম্ব.) ; কিন্তু অমাগ. দেবৰণ্‌ণা, দেবৰণ্‌ণো।

১০০. আত্মন্<অত্ত, অপ্‌প [৩৬. (খ)]

| | মা. | শৌ. | |
|---|---|---|---|
| কৰ্তা | অপ্‌পা | অত্তা | |
| কৰ্ম | অপ্‌পাণং | অত্তাণং | *আত্মনকং |
| কৰণ | | অপ্‌পনা | |
| সম্ব. | অপ্‌পণো<br>অত্তণো | অত্তণো (মাগ. অত্মাণঅশ্‌শ) | |

অমাগ. কৰ্তাত অপ্‌পা শব্দৰ অ-কাৰান্ত শব্দৰ দৰেও ৰূপ হয়। নতুন অ-কাৰান্ত শব্দৰো উদ্ভৱ হৈছে; অপ্‌পাণো অত্তাণো আৰু সমাসত অত্তণ অপ্‌পণ।

১০১. ইন্-ভাগান্ত শব্দ ঃ এইবিধ শব্দৰূপে আংশিক পৰিমাণে সংস্কৃত ৰীতি আৰু আংশিক পৰিমাণে ই-কাৰান্ত শব্দৰূপৰ নীতি মানি আহিছে।

কৰ্তা একবচন হত্থী<হস্তী, কিন্তু কৰ্ম হত্থিং<হস্তিনং (কেতিয়াবা শৌ. কৰ্ম-ইণং)। জৈন প্ৰাকৃতত সম্বন্ধ পদ সাধাৰণতে— ইণো, কেতিয়াবাহে -ইস্‌স।

১০২. অৎ-ভাগান্ত শব্দ ঃ -অৎ, -মৎ -বৎ— ৰূপবা যথাক্ৰমে অ-কাৰান্ত পদত -অন্ত, -মন্ত, -বন্ত হয়।

উদাহৰণ — শৌ. কৰেন্তো<কুৰ্বন্, পুলোঅন্তো<প্ৰলোকয়ন্, কৰেন্তো<কুৰ্বতা, মহন্তস্‌স<মহতঃ, গচ্ছন্তেহিং<গচ্ছদ্ভিঃ।

১০৩. ব্যতিক্ৰম ঃ অমাগ. প্ৰায়ে পুৰণি শব্দৰূপ ৰক্ষা কৰি চলিছে। যেনে— কুব্বং<কুৰ্বন্, মহও<মহতঃ। আন উপভাষাতো ভৱৎ আৰু ভগৱত শব্দত এনেকুৱা ধৰণৰ পুৰণি ৰূপ পোৱা যায়।

| | | |
|---|---|---|
| কৰ্তা | ভবং | ভঅবং |
| কৰ্ম | ভবন্তং | ভঅবন্তং |
| কৰণ | মা. ভবআ<br>শৌ. ভবদা | মা. ভঅবআ<br>শৌ. ভঅবদা |
| সম্ব. | মা. ভবও<br>শৌ. ভবদো | মা. অভবও<br>শৌ. ভঅবদো |

১০৪. **স-কাৰান্ত শব্দ :** অস্-, ইস্-, উস্- ভাগান্ত বিশেষ্য পদ যথাক্ৰমে অ-, ই- উ-কাৰান্ত পদত পৰিণত হয়।

উদাহৰণ— শৌ. পুৰুৰবস্স, দীহাউং<দীৰ্ঘায়ুষম্

অমাগ. সজোই<সজ্যোতিষম্।

ব্যতিক্ৰম : ইয়াতো পুৰণি শব্দৰূপৰ অস্তিত্ব কিছু পোৱা যায়। শৌ. পুৰুৰবা (কৰ্তা), পুৰুৰবসঃ (কৰ্ম), পুৰুৰবস (অধি.)। অমাগ. জৈমা. প্ৰাকৃতত পুৰণি কৰণ কাৰকৰ ৰূপ বহু পৰিমাণে পোৱা যায়। মণসা, সহসা, তবসা<তাপসা, তেয়সা<তেজসা, চক্খুসা<চক্ষুষা।

১০৫. ধ্বনি বিবৰ্তনৰ জৰিয়তে পৰিবৰ্তিত কেতবোৰ পুৰণি ৰূপ ঠায়ে ঠায়ে ব্যৱহৃত হোৱা দেখা যায়। এইবোৰ কোনো সূত্ৰ বা নিয়মৰ ভিত্তিত নপৰে। সেয়ে ইইতক ব্যতিক্ৰম (exception) বা অনিয়ম (irregular) সিদ্ধ বুলি কোৱা হয়।

১০৬. **সৰ্বনাম :** প্ৰথম আৰু দ্বিতীয় পুৰুষৰ সৰ্বনামৰ নানাপ্ৰকাৰৰ ৰূপ পোৱা যায়। সদায় ব্যৱহৃত ৰূপবোৰহে তলত উল্লেখ কৰা হ'ল :—

| | | প্ৰথম পুৰুষ | দ্বিতীয় পুৰুষ |
|---|---|---|---|
| একবচন : | কৰ্তা | অহং, হং | তুমং (মা তং) |
| | কৰ্ম | মং (মা. মমং) | তুমং, তে |
| | কৰণ | মএ | তএ, তুএ |
| | অপা. | (মমাও) | (তুমাহিংতো ( বহুবচন ৰূপ) |
| | সম্ব. | মম, মে, মহ | তুহ, তে (অমাগ. তব) |
| | অধি. | মই | তই (মা. তুমম্মি) |
| বহুবচন : | কৰ্তা | অম্হে | তুম্হে |
| | কৰ্ম | অম্হে, ণো | তুম্হে, বো |
| | কৰণ | অম্হেহিং | তুম্হেহিং |
| | অপা. | (অম্হেহিংতো) | |
| | সম্ব. | অম্হাণং, ণো | তুম্হাণং |
| | অধি. | অম্হেসু | তুম্হেসু |

১০৭. **ব্যক্তিবোধক সৰ্বনাম।** নানাৰূপ।

**প্ৰথম পুৰুষ : একবচন : কৰ্তা—মা. অহকং, জৈমা. অহয়ং, মাগ. হগে, অপ. হউঁ<*অহকম্ বা অহকঃ। কৰ্ম—মা. অমাগ. জৈমা. মমং (<মম সম্বন্ধ পদ)। কৰণ—অপ. মই আৰু কৰ্ম অধি. মাগ. মই। অপাদান — কমসংখ্যক প্ৰচলিত। সম্বন্ধ—মা. মহ(ং), মজ্ঝ(ং) (<মহ্যম্) আৰু মে।**

**বহুবচন ঃ** কৰ্তা—অম্‌হে=বৈদিক অস্মে, তদুপৰি অমাগ. বয়ং। কৰ্ম—শৌ. অমহে, ণো; মা. অম্‌হে, অম্‌হ, ণে; মাগ. অশ্‌মে।। সম্বন্ধ— মাগ. অশ্‌মাণং, মা. অমাগ. জৈমা. অম্‌হং, শৌ. ণো (সচৰাচৰ ব্যৱহৃত)।

**দ্বিতীয় পুৰুষ ঃ** একবচন ঃ কৰ্তা— সাধাৰণ ৰূপ তুমং, মা. তং (বহু প্ৰচলিত), অমাগ. তুমে. ঢক্কী তুহং, অপ. তুহুঁ। কৰ্ম— প্ৰায়ে কৰ্তাৰ দৰে, অপ. তইঁ, অমাগ. তে, শৌ. মাগ. দে (যি ঠাইত নিপাতৰ দৰে প্ৰয়োগ হয়)। কৰণ— পুথিত তএ, তুএ উভয় ৰূপৰ উল্লেখ আছে; মা. (তদুপৰি=also) তই, তুই, তুমএ, তুমাএ, তুমাই, তুমে। অপাদান— শৌ. তত্তো<তত্বঃ আৰু তুবত্তে মা. তুমাহি, তুমাহিংতো, তুমাও। সম্বন্ধ— শৌ. তুহ, তে, মা. (তদুপৰি) তুহং, তুজ্‌ঝ (ং), তুম্‌হং, তুস্‌ম, তু। অধিকৰণ— শৌ. তই তুই, মা. তই, তুবি, তুমম্‌মি, তুমে।

**বহুবচন ঃ** কৰ্তা—তুম্‌হে (অম্‌হে-ৰ 'সাদৃশ্য'ত) অমাগ. তুব্‌ভে। সম্বন্ধ—মা. (তদুপৰি) তুম্‌হ, অমাগ. তুব্‌ভং, মা. শৌ. (তদুপৰি) বো। অপাদান— ব্যাকৰণকাৰসকলে ভালেমান ৰূপৰ উল্লেখ কৰি গৈছে— তুম্‌হত্তো, তুব্‌ভত্তো, তুজ্‌ঝত্তো ইত্যাদি।

১০৮. **তৃতীয় পুৰুষ ঃ স আৰু ত**

| | | পুংলিংগ | ক্লীবলিংগ | স্ত্ৰীলিংগ |
|---|---|---|---|---|
| একবচন ) | কৰ্তা | সো | তং | সা |
| | কৰ্ম | তং | — | তং |
| . | কৰণ | তেণ (ং) | | |
| | সম্ব. | তস্‌স | | |
| | অধি. | তস্‌সিং, তম্‌মি | | তাএ, তীএ |
| বহুবচন ঃ | কৰ্তা কৰ্ম তে, তাইং (অমাগ. তাণি) | | | তাও, তা |
| | কৰণ | তেহিং(ং) | | তাহি (ং) |
| | সম্ব. | তেসিং, তাণ (ং) | | তাসিং, তাণ (ং) |
| | অধি. | তেসু | | তাসু |

১০৯. **ৰূপভেদ— স-ৰূপবা আৰু কেতবোৰ ৰূপ পোৱা যায়।**

**একবচন ঃ কৰ্তা অমাগ. শে, কৰ্ম অমাগ. সে, সম্বন্ধ মা. অমাগ. শৌ. সে, মাগ. শে (ক্লীবলিংগ)**

**বহুবচন ঃ কৰ্তা অমাগ. সে, মাগ. শে আৰু কৰ্ম সম্বন্ধ সে।**

**ত- ঃ ত-ৰূপবা হৈছে ঃ —একবচন ঃ অপাদান অমাগ. তাও, শৌ. মাগ.**

তদো<ততস্, মা. তা<বৈদিক তাৎ। সম্বন্ধ মাগ. তশ্‌শ, মা. তাস (তদুপৰি), স্ত্রীলিংগ মা. তিস্‌সা (তদুপৰি), অমাগ. তীসে।

অধিকৰণ শৌ. তস্‌সিং, মাগ. তশ্‌শিং, মা. তম্মি, অমাগ. তংসি।

বহুবচন ঃ কর্তা আন কোনো সর্বনাম পাছত থাকিলে শৌৰসেনী আৰু মাগ. তে-ৰ ঠাইত দে হয়। যেনে— এদে<তে। অপাদান অমাগ. তেব্‌ভো (tebbho), তেহিংতো।

১১০. এইদৰেই তলত লিখা শব্দৰ ৰূপ হৈছে—

| | | | |
|---|---|---|---|
| এসো | এসা | শৌ. এদং | মা এঅং (<এতৎ) |
| জো | জা | | জং (<যৎ) |
| কো | কা | | কিং |
| ইমো | ইমা | | ইমং বা ইণং (<ইদম্) |

ইদম্ শব্দৰ লগত সংস্কৃতত ব্যৱহৃত আন পদো পোৱা যায় ঃ—

শৌ. অঅং<অয়ম্, অমাগ. অয়ং (সকলো লিংগতে)। শৌ ইঅং<ইয়ম্, ম অমাগ. শৌ. ইদং (কেৱল কর্তাত)। মা অস্‌স<অস্য, এণ<অনেন, অমাগ শৌ. অণেণ। ইণ্>ণ ঃ ণং, ণেণ, ণ।

অমাগ. ইমেণং, ইমাও, ইমস্‌স, ইমস্‌সিং।

অমু শব্দৰ ৰূপ উ-কাৰান্ত শব্দৰূপৰ নিচিনা।

১১১. সর্বনামীয় বিশেষণৰ (Pronominal Adjective) ৰূপ একে। উদাহৰণ— শৌ. অণ্ণস্‌সিং>অন্যস্মিন্, কদৰস্‌সিং<কতৰস্মিন্, অৱৰসসিং<অপৰস্মিন্, পৰস্‌সিং<পৰস্মিন্, অণ্ণে<অন্যান্, শৌ সব্বাণং অমাগ. সব্বেসিং<সর্বেষাম্।

১১২. সংখ্যাবোধক শব্দৰূপ ঃ

(১) এ.ক্ক (ekka) (অমাগ. এগ)— সর্বমান পদৰ দৰে ৰূপ হয়। অধিকৰণ একবচন শৌ. এ.ক্কস্‌সিং (ekkassim), মাগ. এ.ক্কশ্‌শিং (ekkassim), মা. এক্কম্মি, (ekkammi), অমাগ. এগংসি বা এগম্মি। বহুবচন— এ.ক্কে (ekke), অমাগ. এগে।

(২) দো (<দ্বৌ)—দুবে (<ক্লীবলিংগ দ্বিবচন দ্বে), ক্লীবলিংগ দোণ্ণি, দুণ্ণি (তিণ্ণি<ত্রীণি-ৰ 'সাদৃশ্য'ত)। সকলো লিংগতে একেৰূপৰ প্রচলন। শৌ. দোণ্ণি কুমাৰীও<দ্বে কুমার্যৌ। কৰণ দোহি (?)। সম্বন্ধ দোণহ (?), অধিকৰণ দোসু।

(৩) তিণ্ণি<ত্রীণি; অমাগ. তও<ত্রয়ঃ (সকলো লিংগতে একেৰূপ)। কৰণ তীহিং, সম্বন্ধ তিণ্হ (?), অধিকৰণ তীসু।

(৪) চত্তাৰি ৰূপৰ প্রচলন আটাইতকৈ বেছি। পুংলিংগ কর্তা চত্তাৰো আৰু কর্ম চউৰো উভয় কাৰকতে প্রয়োগ হয়। কৰণ চউহি (?), সম্বন্ধ চউণহ (?), অধিকৰণ

চউসু।

(৫) পঞ্চ— কৰণ পঞ্চহি(ং), সম্বন্ধ পঞ্চণহ(ং), অধিকৰণ পঞ্চসু।

(৬) ছ—কৰণ ছহিং, সম্বন্ধ ছণ্হ (ং), অধিকৰণ ছসু ইত্যাদি ১৮ লৈকে।

১৯-৫৮ লৈকে শব্দৰ ৰূপ অং-অন্ত ক্লীবলিংগ শব্দৰ দৰে নাইবা অ-কাৰান্ত স্ত্ৰীলিংগ শব্দৰ দৰে। আনবোৰ বিভক্তিত স্ত্ৰীলিংগৰ একবচনৰ নিচিনা। যেনে—২০ কৰ্তা বীসং বীসা, কৰ্ম বীসং, কৰণ সম্বন্ধ অধিকৰণ বীসাএ (তদুপৰি কৰ্তা বীসঈ আৰু বীসইং)।

৫৯—৯৯লৈকে শব্দৰ ৰূপ ইং-অন্ত ক্লীবলিংগ আৰু ঈ-কাৰান্ত স্ত্ৰীলিংগ শব্দৰ নিচিনা।

১০০-শৌ. সদ, মা. সঅ, আৰু ১০০০— সহস্স শব্দ ক্লীবলিংগ আৰু ৰূপ অ-কাৰান্ত শব্দৰূপৰ নিচিনা।

## নৱম অধ্যায়

# ধাতুৰূপ

১১৩. প্ৰাকৃতত শব্দৰূপৰ তুলনাত ধাতুৰূপৰ বহু বেছি পৰিমাণে পৰিবৰ্তন ঘটিছে। ধ্বনি বিবৰ্তনৰ ফলত ব্যঞ্জনান্ত ধাতুৰূপ স্বাভাবিকতে বিশ্লিষ্ট হৈ পৰিছে আৰু পদান্তস্থিত ব্যঞ্জনৰ লোপসাধনৰ কাৰণে প্ৰাচীন ৰূপসমূহ একাধিক প্ৰকাৰৰ হৈ পৰা এটা লক্ষণ দেখা যায়। শব্দৰূপৰ দৰে সমুদায় ক্ৰিয়াপদকেই এক গণীয় কৰাৰ এটা প্ৰচেষ্টা পৰিলক্ষিত হয়। পৰিবৰ্তনৰ এই ধাৰা প্ৰাকৃত অৰ্থাৎ পালিত বৰ বেছি নহয়; কিন্তু পৰৱৰ্তী প্ৰাকৃত নাইবা অপভ্ৰংশ স্তৰত সমুদায় ক্ৰিয়া একেটা গণত পৰিণত হৈ পৰিল আৰু তাৰ লগত থাকিল মুষ্টিমেয় কেইটামান ক্ষয়শীল 'ব্যতিক্ৰম' (irregularities) অৰ্থাৎ প্ৰাচীন ধাৰাৰ বিচ্ছিন্ন কেইটামান ৰূপ মাথোন।

ধাতুৰূপৰ বিভিন্ন প্ৰকাৰৰ সংখ্যাও কমি আহিবলৈ ধৰিলে। দ্বিবচনৰ সম্পূৰ্ণ বিলোপ সাধন; আত্মনেপদ নোহোৱা হ'ল। অ'ত-ত'ত বিক্ষিপ্তভাৱে থকা দুই-এটা ৰূপত বাদে অতীত কালৰ লঙ্ (perfect), লিট্ (Imperfect) আৰু লুঙ্ (Aorist)ৰ বৈচিত্ৰ্য হ্ৰাস হ'ল। অতীত কাল বুজাবলৈ সহায়ক ক্ৰিয়া (Auxiliary verb) যুক্ত নাইবা সহায়ক ক্ৰিয়াহীন কৃদন্ত (Participle) ৰ প্ৰয়োগৰ সূত্ৰপাত হ'ল। এইদৰেই প্ৰাকৃতত প্ৰাচীন ক্ৰিয়াৰূপৰ ধাৰাৰ অৱশিষ্ট থাকিলহি মাত্ৰ এইকেইটাত : লট্ (Present Indicative), লোট্ (Imperative), বিধিলিঙ্ (Optative), আৰু লৃট (Future), কৰ্তৃ আৰু কৰ্ম বাচ্য ; কৃদন্ত (Participle), তুমন্ত (Infinative) আৰু 'অসমাপিকা ক্ৰিয়া' (Gerund)।

ধাতুৰ দশটা গণৰ ভিতৰত কেৱল দুটাৰহে আছিল সাধাৰণ ব্যৱহাৰ—

(১) অ-গণীয় ধাতু : অধিকসংখ্যক ধাতু আৰু কৰ্মবাচ্য এই শ্ৰেণীভুক্ত।

(২) এ-গণীয় ধাতু (এ<অয়) : ণিজন্ত (Causative), নামধাতু (Denominative) আৰু কেতবোৰ সৰল ধাতু (Simple verb) এই শ্ৰেণীভুক্ত।

ধাতুৰূপ এই দুয়ো শ্ৰেণীৰে একেভাৱেই হয়।

১১৪. লট্ : (সাধাৰণ ধাতুৰূপ)।

**অ-গণীয়**

| | একবচন | বহুবচন |
|---|---|---|
| ১ম পুৰুষ | পুচ্ছামি<পৃচ্ছামি | পুচ্ছামো |
| ২য় পুৰুষ | পুচ্ছসি | শৌ. পুচ্ছধ, মা. পুচ্ছহ |
| ৩য় পুৰুষ | শৌ. পুচ্ছদি, মা. পুচ্ছই | পুচ্ছন্তি |

**এ-গণীয়**

| একবচন ঃ | শৌ. | মা. |
|---|---|---|
| ১ম পু. | কধেমি | কহেমি<কথয়ামি |
| ২য় পু. | কধেসি | কহেসি |
| ৩য় পু. | কধেদি | কহেই। |
| বহুবচন ঃ | | |
| ১ম পু. | কধেমো | কহেমো |
| ২য় পু | কধেধ | কহেহ |
| ৩য় পু | কধেন্তি (Kadhenti) | কহেন্তি (kahenti) |

**টীকা ঃ** (১) অমাগ. মা. একে ৰকমৰ; যেন— পুচ্ছই, পুচ্ছহ। মাগ. শৌ. একেৰকমৰ; যেনে— পুশ্চদি, পুশ্চধ আৰু (অৱশ্যে) পুশ্চশি।

(২) অপ. আৰু কিছুদূৰ অগ্ৰগামী হৈছে। একবচন ঃ ১ম পু. পুচ্ছউ, ২য় পু. পুচ্ছসি/পুচ্ছহি, ৩য় পু. পুচ্ছই।

বহুবচন ঃ ১ম পু. পুচ্ছহুঁ, ২য় পু. পুচ্ছহু, ৩য় পু. পুচ্ছহিঁ।

নব্য ভাৰতীয় আৰ্য ভাষাৰ ধাতুৰূপসমূহ ইয়াতকৈ বৰ বেছি দূৰৱৰ্তী নহয়। যেনে— হিন্দী একবচন ১ম পু. পুছুঁ, ২য় পু. আৰু ৩য় পু. পুছে; বহুবচন পুছেঁ।

১১৫. **আত্মনেপদী ঃ** শৌৰসেনীত ইয়াৰ ব্যৱহাৰ নিচেই কম। পদ্য আৰু কেতবোৰ যোজনা জাতীয় নিৰ্ধাৰিত প্ৰকাশভংগীতহে মাথোঁ পোৱা যায়। মা. অমাগ. জৈমা. প্ৰাকৃতত ইয়াৰ প্ৰয়োগ প্ৰচুৰ। বিভক্তিৰ ৰূপ— একবচন ঃ ১ম পু. জাণে, ২য় পু. জাণসে, ৩য় পু. জাণএ (শৌ. হ'ব লাগে জাণদে— ক'ৰবাতহে পোৱা যায়)। বহুবচন ঃ ১ম পু. জাণন্তে।

উদাহৰণ ঃ— মা. শৌ. জাণে, মা. মণ্ণে<মন্যে, শৌ. লহে<লভে/ইচ্ছে, মা. জাণসে, মাগ. ইশ্চসে<ইচ্ছসে, মা. পে.চ্ছএ (pecchae)<প্ৰেক্ষতে, তীৰএ<তীৰ্যতে (কৰ্মবাচ্যত)।

১১৬. **লোট্ ঃ**

**একবচন ঃ** ১ম পু. পুচ্ছামু

২য় পু. পুচ্ছ, কহেহি, পুচ্ছাসু, কহেসু
৩য় পু. শৌ. পুচ্ছদু, মা. পুচ্ছউ।
বহুবচন : ১ম পু. পুচ্ছম্‌হ, কহেম্‌হ (kahemha)
২য় পু. শৌ. পুচ্ছধ, মা. পুচ্ছহ (লট্)
৩য় পু. পুচ্ছন্তু, কহেন্তু (kahentu)

টীকা : (১) নিয়মমতে ২য় পুৰুষ একবচনত দীৰ্ঘস্বৰৰ পাছত -হি যোগ হোৱা উচিত। অমাগ. 'প্রাস্নে' মা. আৰু মাগ. প্রাকৃতত কেতিয়াবা কেতিয়াবা অ-কাৰান্ত ধাতুৰ 'অ' দীৰ্ঘতা প্ৰাপ্ত হোৱাৰ পাছতহে -হি যোগ কৰা হয়। অমাগ. গচ্ছহি (শৌ. গচ্ছ)।

(২) সংস্কৃত আত্মনেপদৰ বিভক্তি স্ব>সু ব্যাখ্যা দিয়া হয়। পিছেলে (প্রাকৃত ব্যাকৰণ, §৪৬৭) কিন্তু ইয়াক 'সাদৃশ্য'ৰ বিষয়ভুক্ত কৰিছে।

লট্— পুচ্ছদি, পুচ্ছন্তি।

লোট্— পুচ্ছদু, পুচ্ছন্তু।

গতিকে লট্ পুচ্ছসি, লোট্ পুচ্ছসু। সেইদৰে ১ম পু. একবচন লট্ পুচ্ছমি, লোট্ পুচ্ছামু। এই -আমু বিভক্তি ব্যাকৰণতহে পোৱা যায়। শৌ. আৰু মাগ. প্রাকৃতত -সু বিভক্তিৰ প্ৰয়োগ। তদুপৰি আত্মনেপদী ৰূপৰ প্ৰয়োগো কেতিয়াবা দেখা যায়। শৌ. কৰেসু<কুৰু, আণেসু<আনয়, কধেসু=কথয়। যিহেতুকে পালিত স্সু<স্ব আৰু এই স্সু পৰস্মৈপদী ধাতুৰ লগত যোগ হয় (ই. মূলাৰ : 'পালি ব্যাকৰণ', পৃ. ১০৭)। সেইবাবে ধাৰণা ওপজে ইয়াৰ উৎস বোধহয় 'স্ব'য়েই আছিল— যদিও ইয়াৰ কৰ্তৃবাচ্যৰ প্ৰয়োগত 'সাদৃশ্য'ৰ প্ৰভাৱ কিছু পৰিমাণে পৰিলক্ষিত হয়।

(৩) ১ম পু. বহুবচন ম্হ<স্ম পিছেলৰ মতে ই লুঙ্-ৰ পৰা উদ্ভূত (৪৭০), তেওঁ ইয়াক বৈদিক জেষ্ম, দেষ্ম-ৰ লগত তুলনা কৰিছে।

দ্ৰষ্টব্য : (Whitneyৰ 'সংস্কৃত ব্যাকৰণ', ৮৯৪. চি.)।

**১১৭. বিধিলিঙ্ :** ইয়াৰ প্ৰচলন অমাগ. জৈমা. প্ৰাকৃতত প্ৰচুৰ, মা. প্ৰাকৃতত কিছু কম আৰু অন্যান্য উপভাষাত কেতিয়াবাহে দেখা যায়। ইয়াৰ ৰূপ দুই প্ৰকাৰৰ :—

(১) দ্বিতীয় গণীয় ধাতুৰ বিধিলিঙ্-ৰূপৰ মা. অমাগ. জৈমা.ৰ সাধাৰণ ৰূপসমূহৰ উদ্ভৱ হৈছে। -যাম্, -যাৎ ইত্যাদি। যেনে—

একবচন : ১ম পু. বট্টেজ্জা (বট্টেজ্জামি—লট্-ৰ 'সাদৃশ্য'ত) বট্টেজ্জ)
২য় পু. বট্টেজ্জাসি, বট্টে.জ্জসি (-অহি, -আহি) (-অসু, -আসু)
৩য় পু. বট্টে.জ্জা, বট্টে.জ্জ।
বহুবচন : ১ম পু. বট্টেজ্জাম

২য় পু. বট্টে.জ্জাহ, বট্টে.জ্জহ।

৩য় পু. বট্টে.জ্জা, বটটেজ্জ=(৩য় পু. একবচন)।

(দ্ৰষ্টব্য ঃ ওপৰৰ ধাতুৰূপত একবচনৰ ১ম পুৰুষৰ বাহিৰে আন সকলোতে বট্টে-ৰ 'এ' হ্ৰস্ব ঃ bate)।

(২) অন্যান্য প্ৰাকৃতত সুলভ। শৌ.ৰ একমাত্ৰ ৰূপ উদ্ভৱ হৈছে প্ৰথম গণীয় ধাতুৰ বিধিলিঙ্ -এয়ম্, এঃ, এৎ—ৰূপৰা।

একবচন ঃ ১ম পু. বট্টেঅম্ (বট্টে—২য় পু. আৰু ৩য় পু.ৰ 'সাদৃশ্য'ত) ২য় পু. বট্টে।

৩য় পু. (বট্টে বহুবচনতো প্ৰয়োগ হয়)।

**টীকা ঃ** এজ্জ (ejja)-ৰ হ্ৰস্ব এ (e) হ্ৰস্ব ই. (i)-ৰ ঠাইত ব্যৱহৃত হোৱা দেখা যায় (৭২)। সেয়ে জানিয়াৎ<অমাগ. জাণিজ্জা, জাণেজ্জা; কিন্তু এই বিষয়ত কোনো সন্দেহ নাই যে প্ৰথম গণীয় ধাতুৰ আংশিক প্ৰভাৱৰ ফলতে ই প্ৰাধান্য লাভ কৰিছে।

১১৮. **ভৱিষ্যত (লৃট্)** )ইস্‌স-<-ইষ্য-)।

একবচন ঃ ১ম পু. পুচ্ছিস্‌সৎ, অমাগ. পুচ্ছিস্‌সামি
২য় পু. পুচ্ছিস্‌সসি, (মা. অমাগ. পুচ্ছিহিসি)
৩য় পু. পুচ্ছিস্‌সদি (মা. অমাগ. পুচ্ছিহিই)

বহুবচন ঃ ১ম পু. পুচ্ছিস্‌সামো
২য় পু. পুচ্ছিস্‌সধ, মা. পুচ্ছিস্‌সহ
৩য় পু. পুচ্ছিস্‌সন্তি, (অমাগ. পুচ্ছিহিন্তি)।

**টীকা ঃ** যৌগিক স্বৰধ্বনি (diphthong) বা দীৰ্ঘস্বৰৰ পৰৱৰ্তী 'হি'-ৰূপৰা 'ইহি' উৎপন্ন হৈছে। ৩য় পু. একবচন পুচ্ছিহিই-ৰ ঠাইত পুচ্ছিহি—'হী' হয় ছন্দ ৰক্ষাৰ্থে। ১ম পু. একবচন ইহামি, ইহিমি (অপ. পে.কৃখীহিমি<প্ৰেক্ষিষ্যে); ১ম পু. বহুবচন ইহিমো; ২য় পু. বহুবচন ইহি, ইহিথ ৰূপসমূহ ব্যাকৰণকাৰসকলে উল্লেখ কৰি গৈছে।

১১৯. **কৰ্মবাচ্য ঃ** প্ৰাকৃতত কৰ্মবাচ্য তলত লিখা দৰে হয় ঃ (১) সংস্কৃতৰ দৰে য-ৰদ্বাৰা (শৌ. মাগ. প্ৰাকৃতত 'য' লোপ পায় আৰু অন্যান্য উপভাষাত 'জ্জ' হয়), নাইবা 'ঈঅ' যুক্ত হৈ (শৌ. মাগ.- ঈঅ, অন্যান্য প্ৰাকৃতত-ইজ্জ)। (২) ধাতুৰ লগত নাইবা (৩) লট্-ৰ ধাতুৰ লগত।

কৰ্মবাচ্যত অ-গণীয় ধাতুৰ পৰস্মৈপদীয় বিভক্তি যোগ কৰা হয়। অৱশ্যে মা. আৰু অমাগ. প্ৰাকৃতত বহু সময়ত বিশেষকৈ অসমাপিকা বাচক কৃদন্ত পদত আত্মনেপদী বিভক্তি যোগ হয়।

উদাহৰণ ঃ— (১) মা. জুজ্জই, শৌ. জুজ্জদি<যুজ্যতে; মা. গম্মই, মা. দিজ্জই,

শৌ. দিজ্জদি<দীয়তে।

(২) √গম্ — মা. গমিজ্জই, শৌ. গমীঅদি

(৩) গচ্ছ— শৌ. গচ্ছীঅদি

| | | শৌ. | মা. |
|---|---|---|---|
| একবচন : | ১ম পু. | পুচ্ছীআমি | পুচ্ছিজ্জামি |
| | ২য় পু. | পুচ্ছীঅসি | পুচ্ছিজ্জসি |
| | ৩য় পু. | পুচ্ছীঅদি | পুচ্ছিজ্জদি |
| | | ইত্যাদি | ইত্যাদি। |

১২০. **ণিজন্ত :** সংস্কৃতৰ দৰে ধাতুৰ গুণ আৰু বৃদ্ধি যুক্ত ৰূপৰ পাছত অয় (>এ) যোগ কৰি প্ৰাকৃততো ণিজন্ত কৰা হয়। হাসেই<হাসয়তি। সংস্কৃতত আ-কাৰান্ত ধাতুৰ পাছত এটা 'প' আগম হয়। প্ৰাকৃতত 'পয়'ৰ ঠাইত 'বে' হয়।

নিব্বাবেদি<নিৰ্বাপয়তি। প্ৰাকৃতত ধাতুৰ লট্ ৰূপৰ পৰৱৰ্তী 'অ'-ক দীৰ্ঘ কৰি উল্লিখিত নিয়ম-বিধিকেই অন্যান্য ধাতুৰ ক্ষেত্ৰতো অব্যাহত ৰখা হৈছে। যেনে— পুচ্ছাবেদি।

১২১. **কৃদন্ত** (অসমাপিকা) **:** তলত সাধাৰণ ৰূপবোৰহে উল্লেখ কৰা হ'ল।

**কৰ্তৃবাচ্য :**

**বৰ্তমান :** পুংলিংগ পুচ্ছন্তো, স্ত্ৰীলিংগ পুচ্ছন্তা, ক্লীবলিংগ পুচ্ছন্তং, ণিজন্ত পুচ্ছাবন্তো ইত্যাদি।

ভবিষ্যত : পুচ্ছিস্সন্তো - তা, -তং
সমাপ্তিবোধক (Perfect) নাই।

**ভাববাচ্য :** (কৰ্তৃবাচ্যৰ অৰ্থত— অমাগ. প্ৰাকৃতত প্ৰচলিত)।

**বৰ্তমান :** পুচ্ছমাণো, -ণা (-ণী), -ণং।

**ভবিষ্যত :** পুচ্ছিস্সমাণো ইত্যাদি।

**কৰ্মবাচ্য :**

**বৰ্তমান :** শৌ. পুচ্ছীঅন্তো, মা. পুচ্ছিজ্জন্ত, অমাগ. পুচ্ছিজ্জমাণো।

**ভবিষ্যত :** (কৃত্ প্ৰত্যয়) পুচ্ছিদব্বো— মা. পুচ্ছিঅব্বো (পুচ্ছণীও)। মা. পুচ্ছণিজ্জো (কজ্জো<কাৰ্য:) (১৩৭)।

**অতীত :** শৌ. পুচ্ছিদো. মা. পুচ্ছিও (§১২৪-৫)।

১২১ ক. **তুমৰ্থক :** সংস্কৃত তুম্>শৌ. মাগ. দুং, মা. উং বিভক্তি যোগ কৰা হয় (ক) ধাতুৰ লগত, (খ) ধাতুৰ লট্-ৰূপৰ লগত ('ই' আগম হয়) : শৌ. পুচ্ছিদুং, মা. পুচ্ছিউং।

উদাহৰণ — গন্তুং, শৌ. গচ্ছিদুং/গমিদুং, শৌ. কামেদুং<কাময়িতুম্, ধাৰিদুং<ধাৰয়িতুম্, শৌ. কাদু আৰু কৰিদুং, মা. কাউং<কর্তুম। (তম্>ত্তুএ— দ্ৰষ্টব্য-১৩৬)।

১২২. **অসমাপিকা** (Gerund) ঃ শৌ. পুচ্ছিঅ, মা. পুচ্ছিউণ, অমাগ. পুচ্ছিত্তা বা পুচ্ছিদূণ ; শৌ. মাগ. কদুঅ<কৃত্বা; গদুঅ<গত্বা। পদ্যত শৌ. ত কেতিয়াবা উণ/দূণ প্ৰত্যয়ৰ প্ৰয়োগ হয়। যেনে— পেক্খিউণ ; আন ঠাইত -ইঅ শুদ্ধ প্ৰয়োগ।

উদাহৰণ ঃ— শৌ. ণইঅ (নীত্বা) *নয়িয়, কিন্তু অবণীঅ<অপনীয় ; ওদৰিঅ<অৱতীর্য; (মাগ. ওদলিঅ); পেক্খিয় (pekhhia) ; ভবিঅ; পবিসিঅ। মাগধীত- উণ প্ৰত্যয়ৰেই প্ৰয়োগ প্ৰচুৰ।

উদাহৰণ ঃ— হউণ, গন্তুণ, হসিউণ, কাউণ। অমাগ. - ত্তা (অনুনাসিকৰ পাছত ত্তা) প্ৰত্যয়ৰ প্ৰয়োগ বেছি ঃ— ভবিত্তা, গন্তা, হসিত্তা, কৰিত্তা, আৰু ত্তাণং— ভবিত্তাণং।

১২৩. **অনিয়মিত ধাতু** (Irregular verbs) ঃ ওপৰোক্ত স্বাভাবিক বা নিয়মিত ধাতুৰূপৰ বাহিৰেও কিছুমান অনিয়মিত ৰূপ পোৱা যায়। সিহঁতক দুভাগত বিভক্ত কৰা হয় ঃ (ক) যিবিলাক ৰূপ সংস্কৃতৰ দৰে, কেৱল ধ্বনি পৰিবৰ্তন ঘটিত, আৰু (খ) সংস্কৃত আৰু প্ৰাকৃত ৰীতি অনুসৰি যিবিলাকৰ ৰূপ অনিয়মিত। দ্বিতীয়বিধ অধিক সংখ্যক নহয়। আন কোনো ধাতুৰূপৰ 'সাদৃশ্য'ৰ কাৰণে এনেকুৱা ৰূপ প্ৰাপ্ত হৈছে যেন অনুমান হয়, নাইবা প্ৰাচীন ভাৰতীয় আৰ্য কথ্য ভাষাত স্থান প্ৰাপ্ত অৰ্থাৎ প্ৰচলিত কিন্তু লৌকিক সংস্কৃতত অস্বীকৃত— ইহঁত এই ধৰণৰ ধাতুৰূপৰেই অৱশিষ্ট ৰূপ হ'ব পাৰে।

১২৪. প্ৰাকৃতৰ অনিয়মিত ক্ৰিয়াৰ ভালেমান সংখ্যকেই কেৱল কৰ্মবাচ্যৰ অতীত কালবোধক কৃদন্তত পৃথক ৰূপ ঘটিত। এই কৃদন্ত পদত প্ৰাচীন ৰূপসমূহ সংৰক্ষিত হোৱা স্বাভাবিক। গতঃ, কৃতঃ আদি শব্দৰ প্ৰচলন ইমান বেছি যে সিহঁতৰ ধ্বনিবিবৰ্তনঘটিত গদো, গও, কিদো, কও— আদি শব্দবিলাকক 'সাদৃশ্য'ৰ দ্বাৰা গঠিত *গচ্ছিদো, কৰিদো আদি শব্দৰাজিয়ে দূৰ কৰিব পৰা নাই। তদুপৰি এই কৃদন্তসমূহ বহু ঠাইত নিজৰ সুকীয়া সংকীৰ্ণ অৰ্থত ব্যৱহৃত হোৱা নাই— বিশেষণৰ দৰে ব্যৱহৃত হৈ অধিকতৰ ব্যাপক অৰ্থ লাভ কৰিছে। যেনে— স্নিগ্ধ, মুগ্ধ, বৃদ্ধ আদি শব্দৰ ব্যুৎপত্তি অতিশয় স্পষ্ট হ'লেও এইবোৰক কেৱল কৃদন্ত হিচাপেই ধৰা নাই। উপভাষাভেদে আৰু লেখকভেদে সাদৃশ্যজাত সাধাৰণ কৃদন্তপদ বা প্ৰাচীন ৰূপসমূহ (বা সংস্কৃতৰপৰা আহৰিত ৰূপসমূহ) বিভিন্ন পৰিমাণে প্ৰয়োগ হৈ বৈছে। নিৰ্ধাৰিত কোনো নিয়মৰদ্বাৰা ইহঁতক আবদ্ধ কৰা নাযায় নাইবা এইবোৰ ব্যতিক্ৰমৰ বহুল সূচী প্ৰস্তুত কৰাৰো কোনো মূল্য নাই। তথাপি কিছুমান ৰূপৰ প্ৰয়োগ সদায়ে পোৱা যায়— এইবোৰৰ লগত আৰম্ভণিতে পাঠক-পাঠিকাৰ পৰিচয় হোৱা নিতান্ত প্ৰয়োজন (১২৫.)।

## ১২৫. কৰ্মবাচ্যৰ অতীত কালবোধক কৃদন্ত :

অনিয়মিত ৰূপ

কৰ্মবাচ্য :

| অতীত কালৰ কৃদন্ত | সংস্কৃত | বৰ্তমান কাল |
|---|---|---|
| অবৰদ্ধ=offendee | অপৰাদ্ধ | মা. অবৰজ্ঝই |
| আঢত্ত=applied | (*আধত্ত) | মা. আঢাই |
| | আহিতা | (বা আঢৱই-ণিজন্ত) |
| আণত্ত=ordered | আজ্ঞপ্ত | শৌ. আণবেদি (৩৬) |
| আৰদ্ধ=begun | আৰব্ধ | শৌ. আৰব্ভদি |
| আৰূঢ়=mounted | আৰূঢ় | মা. আৰুহই |
| আসন=set down | আসন্ন | শৌ. আসীদদি |
| উত্ত=spoken | উক্ত | (অমাগ. বুত্ত) |
| উত্তিণ্ণ=crossed | উত্তীৰ্ণ | মা. উত্তৰই |
| ওণ্ণ, শৌ. ওদিণ্ণ | অৱতীৰ্ণ | ও অৰই |
| মা. কঅ, অমাগ. কয় | কৃত | মা. কৰেই |
| শৌ. কিদ (১১), কদ (৬০) | | শৌ. কৰেদি |
| কিলিট্ঠ | ক্লিষ্ট | মা. কিলিস্সই |
| কুবিদ | কুপিত | শৌ. কুপ্পদি |
| -ক্কন্ত | -ক্ৰান্ত | শৌ. কমদি |
| মা. খঅ, (খাঅ) | | (অমাগ খয়, খতত্ত) |
| | | (খণ্ণ) |
| (শৌ. খণিদ) | খাত | মা. খণই |
| মা. খঅ, শৌ. খদ | ক্ষত | |
| খিণ্ণ | ক্ষীণ | মা. খিজ্জই |
| খিত্ত | ক্ষিপ্ত | খিৰই |
| মা. গঅ, শৌ. গদ | গত | শৌ. গচ্ছদি |
| গবিট্ঠ | গৱেষিত | মা. গবেসই |
| মা. গহিঅ, শৌ. গহিদ | গৃহীত | শৌ. গেণ্হদি |
| | | (Genhadi) (52.) |
| গীঅ | গীত | শৌ. গৃহদি |
| চিণ্ণ | চিন্ন | মা. চিন্দই, শৌ. চিন্দদি |

| | | |
|---|---|---|
| মা. জাঅ. শৌ. জাদ | জাত | শৌ. জাঅদি |
| মা. জিঅ. শৌ. জিদ | জিত | শৌ. জঅদি, মা. জিণই |
| জুত্ত | যুক্ত | মা. জুঞ্জই, শৌ. জুজ্জদি (কর্মবাচ্য. §১১৯) |
| চত্ত | ত্যক্ত | মা. চঅই |
| মা. ঠিঅ<br>শৌ. ঠীদ (§১২)<br>থিঅ, থিদ (§৩৮) | স্থিত | শৌ. চিট্‌ঠদি |
| ণদ (মা. ণঅ) | নত | ণমদি |
| ণট্‌ঠ | নষ্ট | ণস্‌সদি |
| মা. ণাঅ (শৌ. ণাদ)<br>[আর্ষ জাণি (দ)] | জ্ঞাত | জাণাদি |
| শৌ. বিণ্‌ণাদ | বিজ্ঞাত | বিণ্‌ণবীঅদি (কর্মবাচ্য) |
| পডিণ্‌ণাদ | প্রতিজ্ঞাত | |
| ণীদ (মা. ণীঅ) | নীত | ণেদি |

(শৌ. অবণীদ<অপণীত, পচ্চাণীত<প্রত্যানীত, উবণীত<উপনীত, পরিণীদ<পরিণীত, দুব্বিণীদ<দুর্বিনীত, আণীদ<আনীত)

.(আর্ষে মা. ণিঅ। অইণিঅ<অতিনীত, অনীঅ<আনীত)

| | | |
|---|---|---|
| ণ্‌হাঅ | স্নাত | ণ্‌হাই (অমাগ. সিণাই) |
| তত্ত | তপ্ত | (আর্ষ তবিদ) |
| তুট্‌ট | ত্রুটিত | তুট্‌টই<br>(তুলনীয় — হিন্দী টুটা) |
| তুট্‌ঠ | তুষ্ট | তুস্‌সদি |
| দট্‌ঠ (ডক্ক) | দষ্ট | ডসই (শৌ. দংসদি, দংসিদ) |
| দড্ঢ | দগ্ধ | দহই (শৌ. ডহদি), ডহই |
| দিত্ত | দীপ্ত | দিপ্পদি |
| দিট্‌ঠ | দৃষ্ট | দীসদি (কর্মবাচ্য) |
| দিণ্ণ | দত্ত | দেদি |
| পঅট্‌ট, পবট্‌ট<br>পঅত্ত, পউত্ত | প্রবৃত্ত | পবট্টই, ইত্যাদি |

| | | |
|---|---|---|
| পউত্ত | প্রযুক্ত | পউঞ্জই |
| পউত্থ | *প্রবস্ত-[পবসই (?)] | |
| | প্রোষিত | |
| পইণ্ণ | প্রকীর্ণ | |
| | [পইরিজ্জই, পকিরীঅদি (?)] | |
| পডিবণ্ণ | প্রতিপন্ন | পডিবজ্জদি |
| পণ্ণত্ত | প্রজ্ঞপ্ত | পণ্ণবেই |
| পত্ত | প্রাপ্ত | পাবই, পাবেদি |
| মা. পলাইত, মা. পলায়অ | পলাইত | পলায়ই |
| শৌ. পলাইদ, জৈমা. পলাণ | *পলাত | |
| পবিট্ঠ | প্রবিষ্ট | পবিসদি |
| পসত্থ | প্রশস্ত | পবিস্‌দি |
| পীদ | পীত | পিবদি |
| পুট্ঠ[1] | পৃষ্ট | পুচ্ছদি |
| (সাধারণতে পুচ্ছিদ) | | |
| বদ্ধ | বদ্ধ | বদ্ধই |
| বুদ্ধ | বুদ্ধ | বুজ্‌ঝই |
| ভট্ঠ | ভ্রষ্ট | |
| ভিণ্ণ | ভিন্ন | ভিন্দই |
| ভীঅ, ভীদ | ভীত | বিহেই (শৌ. ভাঅদি) |
| শৌ. ভুদ | ভুত | ভোদি |
| ভুত্ত | ভুক্ত | ভুঞ্জদি |
| মুক্ক | *মুক্ণ | মুঞ্চদি |
| | মুক্ত | |
| মুদ(মা. মুঅ/মঅ) | মৃত | মরদি |
| মুঢ় | মূঢ় | মুজ্ঝই |
| রঅ | রত | রমই |
| রত্ত | রক্ত | রজ্জদি |
| রইঅ | রচিত | রচই (শৌ. রচদি) |

---

১ তদুপরি 'চুইছিল' স্পৃষ্ট (ছুসই)।

| | | |
|---|---|---|
| ৰুট্‌ঠ | ৰুষ্ট | ৰুসই |
| মা. ৰুণ্‌ণ (শৌ. ৰুদিদ) | ৰুদিত | মা. ৰুঅই<br>শৌ. ৰোদদি/ৰোঅদি |
| ৰুদ্ধ | ৰুদ্ধ | ৰুন্ধেদি |
| লগ্‌গ | লগ্ন | লগ্‌গই (শৌ. লগ্‌গদি) |
| লদ্ধ | লব্ধ | লহই |
| লিঅ, লীণ | লীন | লেই |
| লীঢ় | লীঢ় | লিহই |
| বিণ্‌ণত্ত | বিজ্ঞপ্ত | বিণ্‌ণাবেই |
| বুঢ় | ঊঢ় | বহই |
| সমাসথ | সমাশ্বস্ত | সমস্‌সসই (?) |
| সিট্‌ঠ | শিষ্ট (√শাস্) | সাহই |
| সিত্ত | সিক্ত | চিঞ্চই |
| সিদ্ধ | সিদ্ধ | সিজ্‌ঝই |
| সুত্ত | সুপ্ত | সুবই |
| সুদ (মা. সুঅ) | শ্রুতসু | ণেদি |
| সুদ (মা. সুঅ) | শ্রুত | সুণেদি |
| সুদ্ধ | শুদ্ধ | সুজ্‌ঝই |
| মা. হঅ, শৌ. হদ | হৃত | হণই |
| হুঅ | হৃত | হৰদি |
| মা. হুঅ (শৌ. ভূদ) | ভূত | হোই[২] |

১২৬. **লট্‌-ৰ অনিয়মিত ৰূপ ঃ লট্‌-ৰ** সাধাৰণ বা স্বাভাৱিক ৰূপ হ'ল পুচ্ছদি বা কধেদি (§১১৪) পৰ্যায়ভুক্ত। ইয়াৰ উদ্ভৱ— (ক) সংস্কৃতৰ প্ৰথম গণীয় ধাতুৰূপৰ ধ্বনিবিকাৰজাত নাইবা (খ) দ্বিতীয় গণীয় ধাতুৰূপৰপৰা উদ্ভূত, যিবিলাক প্ৰথম গণীয় *ধাতুৰূপৰ ভিতৰত ধৰি ল'লে সংস্কৃতত তেনেই স্বাভাৱিকভাৱে পোৱা গ'লহেঁতেন সেইবিলাকৰে প্ৰতিৰূপ। গতিকে আমি ইহঁতক সহজে 'নিয়মিত' শ্ৰেণীভুক্ত কৰিব* পাৰোঁ। যেনে— (ক) গচ্ছদি, ইচ্ছদি, সিঞ্চদি, মুঞ্চদি, মৰদি, সুমৰদি, পিবদি, ফুসদি, কুপ্‌পদি, পচ্চদি, কধেদি, তক্‌কেদি, চিন্তেদি, (খ) হণদি [√হন্], স্‌সদি [√শ্বস্]।

২ হেমচন্দ্ৰৰ মতে— মা. হোই, হুবই, হৱই, ভৱই।
শৌ. হৱদি, ভৱদি, হবদি, ভোদি, হোদি।

'অনিয়মিত' ৰূপৰ অন্তৰ্ভুক্ত এইবোৰ : (১) অস্বাভাৱিক ৰূপ; যেনে— ঠাই; (২) এ-গণীয় ধাতুৰ শ্ৰেণীৰ প্ৰতি যিবোৰ আকৃষ্ট, যেনে— কৰেদি; (৩) ওপৰোক্ত [ক]-ৰ অন্তৰ্ভুক্ত সংস্কৃত ৰূপভিন্ন; (৪) নাসিক্যভৱন ধাতু; (৫) মৌলিক বা 'সাদৃশ্য'গত ণ-যুক্ত ধাতু; (৬) সংস্কৃত ধাতুৰূপৰপৰা উদ্ভূত অন্যান্য ৰূপ ; (৭) মিশ্ৰিত (অৰ্থাৎ সাধাৰণৰ লগত বিশেষ সামঞ্জস্য নথকা) ৰূপ।

১২৭. (১) আই- [শৌ. আদি] যুক্ত তৃতীয় পুৰুষৰ একবচন শ্ৰেণীভুক্ত ৰূপৰ উদ্ভৱ হৈছে (ক) সংকোচনৰদ্বাৰা : অপ. খাই<খাঅই<খাদতি; (খ) সংস্কৃত দ্বিতীয় গণীয় ধাতুৰূপৰ ভগ্নাৱশেষ অৰ্থাৎ বিকাৰযুক্ত অৱশিষ্ট : মা. বাই<বাতি, আকৌ বাঅই (শৌ. বাঅদি], মা. পডিহাই<প্ৰতিভাতি (শৌ. পডিহাঅদি], শৌ. ভাদি<ভাতি, বিহাদি<বিভাতি ; (গ) 'সাদৃশ্য'ৰদ্বাৰা : মা. ঠাই<*স্থাতি<তিষ্ঠতি (শৌ. চিট্‌দি) আৰু অ-কাৰান্ত সকলো প্ৰকাৰ ধাতু : ধাই বা ধাঅই, গাই (ঝাই=মহাকাব্যত ধ্যাতি)।

আন সঙ্কুচিত ৰূপসমূহ হ'ল শৌ. ভোদি<ভৱতি, ণেদি<নয়তি।

√দা— প্ৰদত্ত ধাতু— দেমি, দেসি, দেদি— দেন্তি (denti) দেদি<*দয়তি, তুলনীয়— শৌ. ভৱিষ্যত দইস্‌সং, সমাপ্তিবাচক (absolutive) দইঅ।

১২৮. (২) ভালেমান ধাতু এ-গণীয় (সংস্কৃত দশম গণীয়) ধাতুৰ প্ৰতি আকৃষ্ট হৈছে। উদাহৰণ— কৰেদি<কৰোতি (ণিজন্ত কাৰেদি<কাৰয়তি ৰূপৰপৰা পৃথক), মুঞ্চেদি (ণিজন্ত মোআবেদি), হসেদি, সুমৰেদি, চিণেদি, সুণেদি, ভণেদি, ধুবেদি ইত্যাদি।

১২৯. (৩) √ক প্ৰদত্ত কৰই (প্ৰথম গণীয়), কুৰই (ষষ্ঠ গণীয়) আৰু ৰোবই, তুমন্ত ৰোবিউং (শৌ. ৰোদিদুং<√ৰুদ্)।

√ধৌ— মা. ধুবই, অমাগ. ধোবই/ধোবেই, শৌ. ধোঅদি।

√ভূ— মা. হোই/হুবই, শৌ. হোসি/ভোদি, বিধিলিঙ্ ভবেঅং/ভবে, তুমন্ত ভবিদুং।

কচ্চদি=*কচ্যাতে (চতুৰ্থ গণীয়লৈ পৰিবৰ্তিত) আকৌ, ৰোঅদি (মাগ. লোঅদি)— সেইদৰে লগ্‌গদি, বজ্জদি (√ব্ৰজ্), জুজ্জদি<*যুযাতি (মহাকাব্যত যুঞ্জতি)।

১৩০. (৪) √ছিদ্—ছিন্দই, শৌ. ছিন্দদি। সংস্কৃতৰ লট্-অত এই ধাতু অনুনাসিক হয় কাৰণে এনেকুৱা ৰূপ হোৱা স্বাভাৱিক। সপ্তম গণীয় আন ধাতুৰূপো এইদৰেই হয়। ভিন্দই, ভঞ্জই, ভুঞ্জদি।

বন্তই (√বড্)-ৰ অনুনাসিক সংস্কৃত ব্যুৎপন্ন শব্দতো সুপৰিচিত।

মুঞ্চদি (মা. মুঞ্চই) নিয়মিত ৰূপ, কিন্তু মা. মুসই-*মুচসি ৰূপো প্ৰচলিত।

১৩১. (৫) 'ণ' সংৰক্ষিত হৈছে এইবোৰত : চিণই শৌ. চিণেদি (সং চিনোতি), কুণই (বৈদিক কৃণোতি), সুণেদি (মা. সুণই), জাণাই শৌ. জাণাদি, ণ আণাদি, কিণই<ক্ৰীণাতি, গেণ্হদি (genhadi)<গৃহ্ণাতি, শৌ. সক্কুণোমি /

সককুণোমি<শক্‌নোমি, ধুণই (শৌ. ধোঅদি, পালি ধোবতি) ঃ 'সাদৃশ্য'ৰ দ্বাৰা জিণই (শৌ. জঅদি); থুণই (√স্তু)।

১৩২. (৬) √ই 'যা'— এমি, এসি, এদি (মা. এই)— এন্তি (Enti) ঃ √অস্ 'হ'—ম্হি, সি, অত্থি; ম্হ (মা. ম্হো) ত্থ, সন্তি।

[টীকা ঃ অত্থি একমাত্ৰ সাধাৰণ অ-নিপাত শব্দ পুৰুষ আৰু বচন নিৰ্বিশেষে সকলো ঠাইতেই ব্যৱহৃত হয়]।

√ভী— মা. বিহেই (শৌ. ভাঅদি)

(৭) ভণাদি যেনিবা ভ-ণা-মি (নৱম গণীয়) প্ৰদত্ত=ভণেদি, সুণাদি=সুণেদি (যেন নৱম গণীয়)।

স্বপ্<সুব্— তদ্ প্ৰদত্ত সুঅই আৰু ('সাদৃশ্য'ৰ দ্বাৰা ৰুঅই, ৰোবই) সোবই শৌ. সোবদি।

১৩৩. **অন্যান্য ধাতুৰূপৰ ভগ্নাৱশিষ্ট** ঃ লঙ্ ঃ আসী<আসীৎ উভয় বচনৰ সকলো পুৰুষতে ব্যৱহৃত। বিধিলিঙ্ ঃ অমাগ. সিয়া<স্যাত, কুজ্জা<কুৰ্যাৎ, বুয়া<ব্ৰুয়াৎ, সক্কা<বৈদিক শক্যাৎ (পিছেল ঃ প্ৰাকৃত ব্যাকৰণ, ৪৬৫) আশীৰ্লিঙ্ ঃ মা. অমাগ. হোজ্জা<ভূয়াৎ, অমাগ. দে.জ্জা (dejia)<দেয়াৎ। লুঙ্ ঃ অমাগ. অকাসী<অকাৰ্ষীঃ বা অকাৰ্ষীৎ। বহুবচন ঃ -ইংসু অকৰিংসু (তুলনীয়— পালি লুঙ্)।

লিট্ ঃ অমাগ. আহু<আহুঃ। বহুবচন ঃ আহংসু।

১৩৪. **অনিয়মিত ভৱিষ্যত** ঃ ভৱিষ্যত (লৃট্)-ৰ-ইস্‌সদি (বা মা. ইহিই) সাধাৰণতে লট্ প্ৰদত্ত ;— পুচ্ছিস্‌সং, কধিস্‌সং, মা. পুচ্ছিহং, কহেহং (১১৮)। সংস্কৃতৰ নিচিনা ধাতুৰূপৰাও সিহঁতৰ উদ্ভৱ হ'ব পাৰে; মা. ণেহিই<নেষ্যতি, কিন্তু শৌ. গমিস্‌সদি।

ভৱিষ্যত বুজাবলৈ √ভূ-উৎপাদিত বৰ্তমান কালৰ কেইটামান বিভক্তিহীন ৰূপৰ সহায় লোৱা হৈছে— শৌ. ভবিস্‌সং, হুবিস্‌সং, মা. হোহিই, হোস্‌সং।

স্থা— মা. ঠাহিই (লট্—ঠাই) শৌ. চিট্‌ঠিস্‌সদি (লট্— চিট্‌ঠদি), অন্যান্য ৰূপসমূহ সংস্কৃতৰ দৰে— স্যামি বিশেষকৈ মা. অমাগ.ত। সেইদৰে দচ্ছং<(দ্ৰক্ষ্যামি, ২য় পু. একবচন দচ্ছিসি, ৩য় পু. একবচন দচ্ছিই, ৩য় পু. বহুবচন দচ্ছিন্তি), মোচ্ছং (moccham) (√মুচ্), বে.চ্ছং (beccham) (√বিদ্), ৰো.চ্ছং (rocchan) (√ৰুদ্), বোচ্ছং (boccham) (√বচ্)। শৌ. আৰু মাগ. দচ্ছং আৰু অন্যান্য ৰূপসমূহ অপ্ৰচলিত।

শৌ. পে.ক্‌খিস্‌সং (pekkhissam). মা. পে.চ্ছিস্‌সং=(pecchissam), ৰোদিস্‌সং, বেদিস্‌সং। ণিজন্ত আৰু অ-গণীয় অন্যান্য ধাতুৰ ভৱিষ্যতত (লৃট্) (ক) সংস্কৃতৰ দৰে (মধ্যস্থিত -য়- লুপ্ত কৰি)— শৌ. কধইস্‌সং, মোআবইস্‌সসি<*মোচাপয়িষ্যসি, ণিঅট্টইস্‌সদি<নিৰ্বৰ্তয়িষ্যতি ; (খ) মা. অমাগ. এ-

গণীয় ধাতুৰ পৰা— বত্তেহামি<বৰ্তয়িষ্যামি ; (গ) অয়>এ লুপ্ত কৰি —মা., কহিস্‌সং, শৌ. কধিস্‌সং, মা. পুলোইস্‌সং<প্ৰলোকয়িষ্যামি, শৌ. তক্‌কিস্‌সদি<তৰ্কয়িষ্যতি, সুস্‌সুইস্‌সং<শুশ্ৰূষয়িষ্যামি, মালিশ্‌শশি<মাৰয়িষ্যসি।

√দা-শৌ. দইস্‌সং, মা. দাহং; √কৃ—শৌ কৰিস্‌সং, মা. (তদুপৰি) কাহং।

১৩৫. **অনিয়মিত কৰ্মবাচ্য :** (ক) বহু প্ৰচলিত প্ৰত্যয় - ইজ্জই, শৌ. ঈঅদি ৰূপ যোগ নোহোৱা বাবে যিবোৰ কৰ্মবাচ্যৰ ৰূপ অনিয়মিত ৰূপে অভিহিত কৰা হয় সেইবোৰ আচলতে সংস্কৃত কৰ্মবাচ্যৰেই প্ৰতিৰূপ মাত্ৰ [১১৯ (১)]। যেনে— জুজ্জদি<যুয্যতে, গম্মই<গম্যতে। অন্যান্য উদাহৰণ— খিপ্পই (ক্ষিপ্), লুপ্পই (লুপ), ভজ্জই (ভজ্), বজ্জই (বধ্ : ধ্য>জ্ঝ ৪৪), ৰুজ্ঝই (ৰুধ্), আৰব্‌ভই (আৰভ), গিজ্জই (গা), খজ্জই (খাদ্), লব্‌ভই শৌ. লব্‌ভদি (লভ্), ছিজ্জই (ছিদ্), ভিজ্জই (ভিদ্), ভুজ্জই (ভুজ্), মুচ্চই (মুচ্), বুচ্চই (বচ্), তীৰই (তৃ), কীৰই (কৃ)।

(খ) অন্যান্য ৰূপসমূহো সেইদৰে অপ্ৰচলিত ধাতু বা ধাতুৰ ৰূপান্তৰৰপৰা উদ্ভৱ হৈছে। যেনে— বুব্‌ভই<উহ্যতে (*বুভ্), দুব্‌ভই<দুহ্যতে, লিব্‌ভই<লিহ্যতে, ৰুব্‌ভই<*ৰুধ্যতে, ঘে.প্পই (gheppı)<গৃহ্যতে ; উ=উ>উব্ : ৰুব্‌বই <*ৰুব্যতে, (শৌ. ৰোদীঅদি), সুব্বাই (শ্ৰু), (শৌ. সুণীঅদি), থুব্বই (স্তু), ধুব্বই (ধু) আৰু ধুণিজ্জই। সেইদৰে চিব্বই (চিব্<চি) আৰু চিণিজ্জই, শৌ. চীঅদি, জিব্বই (জিব্<জি)*।

(গ) আঢপ্পই— ণিজন্ত কৰ্মবাচ্য<আধাপ্যতে, সেইদৰে বিঢপ্পই।

(ঘ) জম্মই<জন্মম্, প্ৰাকৃত জম্ম। সেইদৰে হম্মই (√হন্), খম্মই (√খন্), অনিয়মিত সুম্মই (শ্ৰু), চিম্মই (√চি)।

**টীকা :** শৌ. আৰু মাগ. বিভক্তিহীন লট্-ৰপৰা উদ্ভূত ৰূপবোৰৰ পক্ষপাতী। মা. লব্‌ভই, শৌ. লব্‌ভদি (তদুপৰি) লব্‌ভীঅদি, মা. মুচ্চই, শৌ মুঞ্চীঅদি; মা. সুব্বই, শৌ. সুণীঅদি, মাগ. শুণীঅদি; মা. ৰুব্বই, শৌ. ৰোদীঅদি ; মা. ভুজ্জই, শৌ. ভুঞ্জীঅদি; মা. কীৰই, শৌ. কৰীঅদি, অমাগ. কজ্জই<*কৰ্যতে); মা. ণজ্জই, ণাণীঅদি; ভণ্ণই. শৌ. ভণীঅদি।

১৩৬. **তুমৰ্থক** (প্ৰকাৰভেদ) **:** সাধাৰণতে ধাতুৰ বিভক্তিহীন লট্-ৰ ৰূপৰ লগত ইতুং (মা. ইউং, শৌ. ইদুং) যোগ কৰি তুমন্তৰ ৰূপসমূহ পোৱা যায়। শৌ.-ৰ এয়া এটা বিশেষ লক্ষণ। যেনে— গচ্ছিদুং, অণুচিট্‌ঠিদুং (স্থা), গেণ্‌হিদুং (গ্ৰহ্) জাণিদুং (জ্ঞা),

---

৩ বৈয়াকৰণিসকলৰ মতে কৰ্মবাচ্যৰ ধাতুৰূপ চিব্বই আৰু জিব্বই যথাক্ৰমে চি আৰু জি ধাতু প্ৰসূত। পিচেলৰ মতে চিব্বই<*চীব্-ব' ৰ পৰা, [illegible] আৰু [illegible] জিব্বই<*জিব্-[illegible] [illegible] হুই হ' নিয়মিত কৰ্মবাচ্য [illegible]। [পিচেল, §৫৩৬]।

দহিদুং (দহ), খিবিদুং (ক্ষিপ্), হৰিদুং (হৃ)। ণিজন্ত কাৰেদুং, ধাৰেদু,ং দুসেদুং<দৰ্শয়িতুম্ (কেতিয়াবা কেতিয়াবা অসঙ্কুচিত— শৌ. ণিঅত্তাইদুং<নিৱৰ্তয়িতুম) বা অ-গণীয় ধাতুৰ 'সাদৃশ্য'ৰদ্বাৰা ঃ ধাৰিদুং, মাৰিদুং কধিদুং।

তৃম্-যুক্ত সংস্কৃতৰ সম পৰ্যায়ৰূপ শৌৰসেনীতো পোৱা যায়। মাহাৰাষ্ট্ৰীত ইয়াৰ প্ৰচলন তাতোকৈ অধিক।

শৌ. ঠাইদুং (স্থা) পাদুং (পিব্) কাদুং, মা. কাউং (কৃ), গন্তুং (গম্), মা. ভো.ত্তুং (Bhottum)<ভোক্তুম, দট্‌ঠুং<দ্ৰষ্টুম্, দাউং (দা), ণেউং (নী), পাউং (পা), শৌ. পাদুং, জৈমা. পিবিউং, সোউং (শ্ৰোতুম্), জেউং (জি), (অমাগ. জিণিউং), লব্ভুং (লভ্), বোঢুং (বহ্) ছেত্তুং (chettum) (ছিদ্), ভেত্তুং (ভিদ্), মো.ত্তুং (mottum) (মুচ্), ণাউং (জ্ঞা)। সেইদৰে ঘে.ত্তুং (ghettum) (১৯) (<*ঘৃপ্তুম<গ্ৰহীতুম্)[৪], সো.ত্তুং (sottum) (<*সোব্তুং<স্বপ্তুম—তুলনীয় ৰোত্তুং>*ৰোতুম)। বচ্—মা বো.ত্তুং, শৌ. বত্তুং।

অসমাপিকা ক্ৰিয়াৰ (Gerund) অৰ্থত কেতিয়াবা কেতিয়াবা অমা.ত তুম্ প্ৰত্যয় ব্যৱহৃত হয়। যেনে— কাউং অৰ্থ কৃত্বা। তুমৰ্থ বুজাবৰ কাৰণে অমাগ. ত -ত্তএ বা -ইত্তএ যোগ কৰা হয়; চিট্‌ঠিত্তএ (স্থা), গচ্ছিত্তএ (গম্)। ই বৈদিক তুমন্ত সম্প্ৰদানৰ বিভক্তিৰ পৰা উদ্ভূত।

১৩৭. **কৃত্য প্ৰত্যয়** (Gerundive) (ৰূপবৈচিত্ৰ্য) (তুলনীয় ১২১) ঃ

(ক) -তব্য- (১) ধাতুৰ বিভক্তিশূন্য লট্-ৰ ৰূপৰ লগত বা (২). ধাতুৰ মূল ৰূপৰ (গুণযুক্ত) লগত যোগ কৰি।

(২) পুচ্ছিদব্ব গচ্ছিদব্ব (৪) বা ভবিনব্ব, অনুচিট্‌ঠিদব্ব, দাদব্ব, শুনিদব্ব, জাণিদব্ব, গে.ণ্হিদব্ব (genhidabba)।

(৩) সোদব্বমা সোঅব্ব (শ্ৰু), ঘে.ত্তব্ব, (ghettabba), কাদব্ব (৬৩), মা. কাঅব্ব (কৃ)।

(৩) -নীয়- মা. অমাগ. অণিজ্জ, শৌ. মাগ. -অণীঅ ঃ কৰণীঅ, দংসনীঅ; (লট্ ৰূপৰপৰা পুচ্ছণীঅ), মা. কৰণিজ্জ, দংসণীজ্জ।

(গ) -য়— কজ্জ (৫০) <কাৰ্য, অমাগ. বো.জ্ঝ (bojjha)<বাহ্য ; লট্ ৰূপৰপৰা— গে.জ্ঝ (gejjha) (৭০) <*গৃহ্য<লট্‌ৰূপ*গৃহ।

---

৪ তদুপৰি মা. গহিউং, অমাগ. গিণ্হিউং , জৈমা গেণ্হিউ [geuhium] গে.ণ্হিদুং [genhidum]।

## দশম অধ্যায়

# প্ৰাকৃতৰ শ্ৰেণী-বিভাগ

উপৰি উক্ত ছটা অধ্যায়ত প্ৰধানকৈ মাহাৰাষ্ট্ৰী আৰু শৌৰসেনী প্ৰাকৃতৰ বিধি-বিধান সম্পৰ্কে উদাহৰণ আদিৰ উল্লেখ কৰি অন্যান্য প্ৰাকৃতৰ বিষয়েও প্ৰসংগক্ৰমে ঠায়ে ঠায়ে অলপ-অচৰপ কোৱা হৈছে। এতিয়া ইয়াত সিহঁতৰ প্ৰধান প্ৰধান বিশেষত্বসমূহ বৰ্ণনা কৰা হ'ব।

**মাগধী :** সমস্ত প্ৰাকৃতৰ ভিতৰত মাগধী কোনো কোনো বিষয়ত সৰ্বাধিক কৌতূহলোদ্দীপক হ'লেও অতি পৰিতাপৰ কথা এয়ে যে ইয়াৰ পৰিচয়জ্ঞাপক সূত্ৰসমূহ বেছি পৰিমাণে পোৱা নাযায়। ধ্বনি পৰিবৰ্তনৰ ক্ষেত্ৰত মাগধীৰ যিবিলাক বৈশিষ্ট্য সাধাৰণতে বা সহজে ব্যাখ্যা কৰা নাযায় সেইবিলাকৰ বিষয়ে ইয়াত কোৱা হ'ল।

**স>শ :—** পূৰ্বভাৰতীয় আধুনিক আৰ্য ভাষাবোৰৰ মাজত ইয়াৰ প্ৰভাব আৰু প্ৰচলন বেছি। এইবোৰ স্থানীয় লোকে কোৱা দূৰৰ কথা, আনকি লিখেও এইদৰে— 'শামবেদ', 'শীতা'। অন্যান্য প্ৰাকৃতত কেৱল -স- ব্যৱহৃত হয় কাৰণে শিক্ষাৰ্থীৰ পক্ষে এই নিয়ম বিশেষ একো অসুবিধাৰ কাৰণ নহয়। যিদৰে সহজেই চিনিব পাৰি যে মাগ ভৱিশ্শদি আৰু শৌ. ভৱিস্সদি একে শব্দ; সেইদৰে তশ্শিং তস্সিং, শা সা, পুত্তশ্শ পুত্তস্স— এইবোৰো অভেদ।

**ল>ৰ :—** এই লক্ষণটো অধিকতৰ মন কৰিব লগীয়া (বিশেষকৈ শব্দৰ আদিত)। লাআণো (ৰজাসকল), পুলিশে=শৌ. পুৰিসো (পুৰুষ), গলুড=শৌ. গৰুড়, চালুদত্ত, ওবালিদশলীল<অপবাৰিতশৰীৰ, শমলে<সমৰে, ণগলন্তল<নগৰান্তৰ।

**ৰ>ল** আন প্ৰায়বোৰ প্ৰাকৃতত (২৬) আৰু পালিত (তলুণো-তৰুণো) মাজে মাজে দেখা যায়; বৈদিক ভাষাতো পোৱা যায়; অৰম্- (কৃণোতি) >অলম্ কৃ, ৰুহ্> লুহ্। অন্যান্য ভাষাতো এনেকুৱা ভালেমান উদাহৰণ পোৱা যায় আৰু সেয়ে কোনটো মূল ধ্বনি আছিল তাক ঠাৱৰ কৰা টান।

অৱশ্যে এই বিষয়ত এটা উল্লেখযোগ্য কথা এয়ে কোনো আৰ্য উপভাষাতে 'ৰ'-স্থান সমূলি নাছিল। নব্য বিহাৰী আৰু বঙালী ভাষাত -ৰ- সদায় -ল- হৈ পৰিছে।

সম্ভৱতঃ পূৰ্বভাৰতীয় উপভাষাবোৰৰ এই বিশেষ লক্ষণৰপৰাই মাগধী প্ৰাকৃতত প্ৰচলিত এই ৰীতিয়ে স্থান পাইছে। সাহিত্যত কেৱল নিম্নশ্ৰেণীৰ মানুহৰ মুখতহে মাগধী প্ৰাকৃতে স্থান পাইছিল। সম্ভৱতঃ ৰ- ধ্বনিৰ উচ্চাৰণৰ অভ্যাস বা ৰীতি নোহোৱাটো আজিকালিৰ চীনা কুলিবিলাকৰ দৰে সেই কালৰ সমাজৰ নিম্নশ্ৰেণীৰ এটা অভ্যাস বুলিয়েই ক'ব পাৰি।

আনহাতে অশোকৰ দিনলৈকে (খৃঃ পূঃ ৩য় শতিকা) আগবাঢ়ি গ'লে আমি দেখিবলৈ পাওঁ যে শিলালিপিবোৰত সমসাময়িক পাটনাৰ ৰাজদৰবাৰ, আদালত আদিত প্ৰচলিত পূৰ্বদেশীয় উপভাষাত এই পৰিবৰ্তন লক্ষ্য কৰা যায়। এলাহাবাদ আৰু দিল্লীৰ শিলৰ স্তম্ভতো এই ভাষা ব্যৱহৃত হৈছিল। তদুপৰি কাল্‌সীৰ শিলালিপিতো সামান্য পৰিবৰ্তিত ৰূপত ৰূপত এই ভাষাৰেই ব্যৱহাৰ দেখা যায়।

-য-অপৰিবৰ্তিতভাৱে থাকে, আৰু জ<য।

যথা>শৌ. জধা (§), যাণাদি<জানাতি।

যানিতব্যং>শৌ. জাণিদব্‌বং, যণবদ<জনপদ।

যায়দে>জায়তে (ঝ>য্‌হ, য্‌হত্তি—ঝটিতি)।

দ্য, র্জ, ৰ্য>য্য। সেয়ে যি ঠাইত শৌ. জ্জ সেই ঠাইত মাগ. য্য।

অয্য<অদ্য বা আৰ্য (শৌ. অজ্জ)

অবয্য<অবদ্য, ময্য<মদ্য।

[ধ্য>য্য্ ম (য্‌য্‌হ<yyh) ঃ সয্‌য্‌হণ্‌ণ<মজ্‌ণঝ্‌ণ §৭৪]

অয্যুণ<অৰ্জুন, কয্য<কাৰ্য (কজ্‌জ §৫০], দুয্যণ<দুৰ্জন।

এইবোৰ উদাহৰণৰপৰা সুন্দৰভাৱে বুজিব পাৰি যে মাগ. -য-ধ্বনি সম্মুখ-তালব্য-উষ্মবৰ্ণ (Front fricative palate), আৰু ই উচ্চাৰিত হয় ইংৰাজী 'yes' -ৰ অৰ্ধস্বৰৰ দৰে। গ্ৰীক ভাষাত বিদেশী যিটো 'z' বৰ্ণৰ দ্বাৰা বুজাবলৈ চেষ্টা কৰা যায় উত্তৰ-পশ্চিম অঞ্চলত সেই ধ্বনিৰ কাৰণে এই উচ্চাৰণৰ -য- ব্যৱহাৰ কৰা হৈছে। সেয়ে ৰজা Azes-ৰ মোহৰ অৰ্থাৎ মুদ্ৰাত ষষ্ঠী বিভক্তিত Ayasa দেখা যায়। বঙালী 'জ'-ৰ উচ্চাৰণ কোনো কোনো আঞ্চলিক ভাষাত zeal-ৰ 'z', বা Azure-ৰ zh-ৰ দৰে। কোনো কোনো শব্দত -য- ধ্বনিও এইদৰেই উচ্চাৰিত হৈছে। যেনে—যে>zhe-ৰ নিচিনা উচ্চাৰণ।

ণ্য, ন্য, জ্ঞ, ঞ্জ>ঞ্ঞ<পুণ্য (শৌ. পুণ্‌ণ §৪৮), অঞ্ঞ<অন্য (শৌ. অণ্‌ণ), কঞ্ঞকা<কন্যকা, লঞ্ঞো<ৰাজ্ঞঃ (শৌ. ৰণ্‌ণো ৯১),

অঞ্ঞলি<অঞ্জলি (শৌ. -ঞ্জ- ৰাখিছে)।

পদমধ্যস্থিত চ্ছ>শ্চঃ :— গশ্চ<গচ্ছ, ইশ্চদি<ইচ্ছতি (*ইচ্ছ্যতে),
উশ্চলদি <উচ্ছলতি, পুশ্চতি, <পৃচ্ছতি। তিলিশ্চি পেস্কদি, মা.
তিৰিচ্ছি পে.চ্ছই (peechai)< তিৰ্যক, প্ৰেক্ষতে।

সংযুক্ত ব্যঞ্জনৰ আদিস্থিত উষ্মবৰ্ণ অপৰিৱৰ্তিতভাৱে থাকে। ভাষাত কোনটো উষ্মবৰ্ণ সংৰক্ষিত হ'ব সেই বিষয়ে বৈয়াকৰণিকসকলৰ মাজত মতভেদ আছে। পুৰণি পুথিত এই উষ্মবৰ্ণৰ প্ৰয়োগৰ ভিন্নতা ইমান বেছি যে তাৰপৰা কোনো স্থিৰ সিদ্ধান্ত লোৱা সম্ভৱ নহয়।

য্‌ক : হেমচন্দ্ৰৰ মতে শুষ্ক-ৰ ঠাইত শুস্ক, নাইবা আমি পাওঁ শুশ্‌কে<শুষ্কঃ, তুলুশ্‌ক<তুৰষ্ক। ষ্ট, ষ্ঠ>স্‌ট (ৰাশ্‌ট) : কষ্ট <কস্‌ট বা কশ্‌ট, সুষ্ঠু>শুস্টু বা শুশ্‌ টু।

স্প, স্ফ>স্প, স্ফ : শিস্ফল<নিস্ফল (মা. শৌ. ণিস্ফল, ৩৮)।

স্ক, স্খ : পস্খলদি<প্ৰস্খলতি।

স্ত, স্থ>স্ত (বা শ্‌ত) : হশ্‌তে বা হস্তে<হস্তঃ (মা শৌ হত্থো, ৩৮), উৱস্তিদ<উপস্থিত।

স্প : বহস্পদি<বৃহস্পতি (বা বিহশ্‌পদি)।

ক্ষ>স্ক : পেস্কদি<প্ৰেক্ষতে (বা শ্‌ক—পশ্‌ ক<পক্ষ, হেমচন্দ্ৰৰ মতে পহ্‌ক অৰ্থাৎ ক-ৰ লগত জিহ্বামূলীয় বিসৰ্গ)।

প্ৰকৃত মাগধী উচ্চাৰণ সম্ভৱতঃ মধ্যদেশীয় সংস্কৃতৰ-স- বা -শ-ৰ নিচিনা নাছিল। এইটো একো আচৰিত কথা নহয় যে এইবিলাক যুক্তাক্ষৰৰ জটিলতাৰ কাৰণেই প্ৰাচীন পুথিত সাধাৰণতে থ আদিৰ নিচিনা সমীভূত ৰূপ ব্যৱহৃত হৈছিল।

ৰ্থ>স্ত (শ্‌ত) : তিস্ত<তীৰ্থ, অস্তে<অৰ্থঃ। প্ৰচলিত 'সাদৃশ্য'ৰ কাৰণেই এনেকুৱা হোৱাটো সম্ভৱ। যেনে— শৌ. হত্থো, মাগ. হস্তে; সেইদৰে শৌ অত্থো, মাগ. অস্তে। ব্যাকৰণত উল্লিখিত দুটা বিশেষ লক্ষণ— কৰ্তাত একবচনৰ বিভক্তি এ; সে হস্তে=সো হত্থো আৰু হগে— মই (১০৭)। এইবোৰত বাহিৰে অন্যান্য বিষয়ত মাগধীৰ লগত শৌৰসেনী ব্যাকৰণৰ প্ৰচুৰ সাদৃশ্য আছে।

নাটকসমূহত মাগধীৰ কেইটামান উপভাষাৰ উল্লেখ পোৱা যায়।

**শাকাৰী : মৃচ্ছকটিক নাটকত ৰজাৰ খুলশালিয়েকে শাকাৰীত বাক্যালাপ কৰিছে।**

**বৈশিষ্ট :** তালব্য বৰ্ণৰ আগতে এটা 'লঘুপ্ৰযত্ন য' (weak-y)ৰ আগম। যেনে— য্‌চিষ্ঠ<তিষ্ঠ।

অতীত কালবাচক কৃদন্তত (বিশেষকৈ খ-কাৰান্ত ধাতুৰ) ড : কড<কৃত (অমাগ.-তো এই লক্ষণ সুলভ)।

সম্বন্ধৰ একবচনত আহ বা অশ্‌শ—চালুদত্তাহ। অধিকৰণৰ একবচনত আহিং—

পবহণাহিং<প্ৰবহণে।

সম্বোধন বহুবচন—আহো (বৈদিক অঙসাঃ)। শেষৰ তিনিটা লক্ষণ অপভ্ৰংশতো পোৱা যায়।

**চাণ্ডালী** আৰু **শাবৰী** মাগধীৰেই আন দুটা উপভাষা বুলি অনুমান কৰা যায়। মৃচ্ছকটিকত মাথুৰ আৰু দ্যুতকাৰ (gambler) দুজনৰ বাক্যালাপৰ ভাষাক পিছেলে **ঢক্কী** আখ্যা দিছে আৰু তাক মাগধীৰেই এটা উপভাষা বুলি মন্তব্য কৰি গৈছে। চাৰ জৰ্জ গ্ৰীয়াৰ্ছনে কিন্তু যুক্তিপূৰ্ণ প্ৰমাণ থকা বাবে ইয়াক **টাক্কী** ৰূপেহে অভিহিত কৰা উচিত বুলি মন্তব্য দি গৈছে। কিয়নো এই ভাষা শিয়ালকোটৰ সমীপৱৰ্তী টক্কবিলাকৰ দেশৰহে ভাষা আছিল।

**অৰ্ধমাগধী** : য়াকোবীয়ে এইবিধ প্ৰাকৃতক জৈন প্ৰাকৃত ৰূপে অভিহিত কৰিছে আৰু প্ৰাচীনতৰ অপ্ৰচলিত মাহাৰাষ্ট্ৰী বুলি.ধৰি লৈছে। ভাৰতীয় বৈয়াকৰণিকসকলে আকৌ প্ৰাচীন জৈন সূত্ৰৰ ভাষাক 'আৰ্যম্' (<ঋষি) আখ্যা দিছে। হেমচন্দ্ৰই তেওঁৰ ব্যাকৰণৰ সকলোবিলাক নিয়মৰেই ব্যতিক্ৰম আৰ্য ভাষাত পোৱা যায় বুলি কৈ গৈছে। ত্ৰিবিক্ৰম নামে আন এজন ব্যাকৰণকাৰে তেওঁৰ স্বৰচিত গ্ৰন্থৰপৰা আৰ্য বাদ দি থৈছে; কিয়নো এই ভাষাৰ শব্দাৰ্থৰাজি 'ৰূঢ়', প্ৰচলিতাৰ্থ তথা ঠিক ব্যুৎপত্তিৰ নিয়মানুসৰি নহয় অৰ্থাৎ সংস্কৃত-ভিত্তি অনুসাৰে নহয়।

**ৰুদ্ৰটৰ কাব্যালংকাৰৰ** (২-১২) টীকাত নেমি সাধুৱে প্ৰাকৃতক প্ৰকৃতিজাত আখ্যা দিছে আৰু ইয়াৰ অৰ্থ ব্যাখ্যা কৰিছে ব্যাকৰণ-বিধি- মুক্ত স্বাভাৱিক ভাষা বা প্ৰাকৃত ভাষা বা প্ৰাকৃত অৰ্থাৎ 'পূৰ্ব সৃষ্ট' বুলি। কাৰণ তেওঁৰ মতে আৰ্যধৰ্ম সম্পৰ্কীয় গ্ৰন্থৰ প্ৰাকৃত ভাষা অৰ্ধমাগধী দেৱ-দেৱতাদিৰ ভাষা। "আৰিসবয়ণে সিদ্ধং দেবাণং অদ্ধামগহা বাণী।" ইয়াৰপৰা ফট্‌ফটীয়া হৈ ওলাই পৰে যে নেমিসাধু জৈন ধৰ্মাবলম্বী। জৈনসকলৰ দৃঢ় বিশ্বাস যে মহাবীৰে যি অৰ্ধমাগধীত ধৰ্মবাণী প্ৰচাৰ কৰিছিল সেয়ে মূল অৰ্থাৎ আদি ভাষা আৰু তাৰপৰাহে উদ্ভব হৈছে আন সকলোবোৰ ভাষা।

জৈন শাস্ত্ৰৰ গদ্যাংশ আৰু পদ্যাংশৰ মাজত কিছু পৰিমাণে পাৰ্থক্য পৰিলক্ষিত হয়। পদ্যত প্ৰায়ে কৰ্তাৰ একবচনত -এ নহৈ -ও হয় (মাগ. ৰদৰে), অসমাপিকাত (Gerund)–তৃণ,—উণ (মা.ৰ দৰে) হয় আৰু গদ্যত -ত্তা বা -ত্তাণং হয় (১২২)।

অন্যান্য বিশেষত্ববোৰ হৈছে :—

পদ্যত মে.চ্ছ (meccha), গত্যত মিলক্খু।

পদ্যত কুণই, গদ্যত কুব্বই (=*কুৰ্বতি)।

*গদ্যতকৈ পদ্যৰ ভাষা মাহাৰাষ্ট্ৰীৰ বেছি নিকটবৰ্তী।*

*তলত লিখা লক্ষণবোৰৰ ক্ষেত্ৰত অৰ্ধমাগধীয়ে মাগধীৰ লগত সমতা ৰাখিছে।*

কৰ্তা একবচন -এ,

সম্বন্ধ একবচন -তব,

অতীতবাচক কৃতপ্ৰত্যয় 'ত' নহৈ 'ড' ঋ-কাৰান্ত ধাতুৰ পাছত (সিয়ো সকলোতে নহয়),

ক>গ—অসোগ (মাগ. কেতিয়াবাহে),

সম্বোধন একবচন প্লুতিযুক্ত অ (অপভ্ৰংশত প্ৰচুৰ)।

মাগধীৰ লগত অৰ্ধমাগধীৰ প্ৰধান অমিল হ'ল এয়ে যে ইয়াত -ৰ- আৰু -স- উভয় ধ্বনি সংৰক্ষিত হৈছে। সাধাৰণতে অৰ্ধমাগধীয়ে (পালিৰ দৰে) নাটকীয় প্ৰাকৃতক প্ৰাচীনতৰ লক্ষণসমূহ সংৰক্ষিত কৰি আহিছে। ভাৰতীয় নাট্য শাস্ত্ৰত (সাহিত্য দৰ্পণৰ দ্বাৰা অনুসৃত) অৰ্ধমাগধী ভৃত্য, ৰাজপুত আৰু আন শ্ৰেষ্ঠবিলাকৰ সংলাপত আৰোপ কৰিছে। নাটকৰ জৈন ভিক্ষুসকলে অৰ্ধমাগধীত বাক্যালাপ কৰাটোৱেই আছিল প্ৰত্যাশিত, কিন্তু তেওঁলোকক বাক্যালাপ কৰা দেখা গৈছে মাগধীতহে।[১]

মাহাৰাষ্ট্ৰীৰ লগত অৰ্ধমাগধীৰ ভালেমান পাৰ্থক্য আছে।[২]

ধ্বনিবিচাৰ :

এব আৰু অবি (<অপি)-ৰ পূৰ্বস্থিত অম্>আম্।

প্লুতস্বৰৰ পৰস্থিত বা 'ইতি বা' -ৰ ইতি>ই।

প্ৰতি-ৰ ই-ৰ বিলোপ সাধন : পড়ুপ্পণ্ণ<প্ৰত্যুৎপন্ন (অন্যান্য উপভাষাত দুৰ্লভ)।

তালব্যবৰ্ণ<দন্ত্যবৰ্ণ : তেইচ্ছা<চিকিৎসা।

অহা<যথা,

সন্ধি ব্যঞ্জনবৰ্ণৰ প্ৰয়োগ (৭৮)।

শব্দৰূপ :

সম্প্ৰদান— আত্ৰ (§৯২)।

কাৰণ -সা (১০৪.)।

অধিকৰণ -ংসি [৯২.(৫)]।

ধাতুৰূপ :

✓খ্যা— আইক্খই (পালি আচিক্খতি), মা. অক্খাই, কুব্বই (গদ্যত পূৰ্বোক্ত দ্ৰষ্টব্য)।

---

১. পিছেল : 'প্ৰাকৃত ব্যাকৰণ' § ৬।
বৌদ্ধ নাটকত উল্লিখিত এটা উপভাষা মধ্য এচিয়াত পোৱা গৈছিল আৰু লুডাৰ্চে ইয়াক প্ৰত্ন অৰ্ধমাগধী আখ্যা দিছে।

২. পিছেল : প্ৰাকৃত ব্যাকৰণ § ৮।

লুঙ্-ৰ লুপ্তাৱশিষ্ট। যেনে— ৩য় পু. বহুবচনৰ পুচ্ছিংসু।

তুমৰ্থক ঃ -টুটু, ইট্টু-ৰ অসমাপিকাৰূপে প্ৰয়োগ। যেনে— কট্ টু (কুৰা অৰ্থত), অবহট্ টু (অপহৃত্য অৰ্থত). সুণিট্টু. জাণিট্টু।

তুমৰ্থক— ত্তএ. -ইত্তএ (১৩৬.)।

অসমাপিকা (Gerund) -ত্তা, -ত্তাণং-, চ্চা, -চ্চাণ(ং), -য়াণ-(ং)।

তদুপৰি যি যি বিষয়ত মাহাৰাষ্ট্ৰী আৰু অৰ্ধমাগধীৰ মাজত মিল আছে সেইবিলাকৰ ভিতৰত যিবোৰৰ প্ৰচলন অৰ্ধমাগধীত প্ৰচুৰ সেইবোৰ আকৌ মাহাৰাষ্ট্ৰীত অপ্ৰচুৰ। মূৰ্ধন্যকৰণ আৰু ৰ-ৰ ঠাইত ল-ৰ প্ৰয়োগ অৰ্ধমাগধীত বহু বেছি পৰিমাণে প্ৰচলিত।

শব্দভাণ্ডাৰতো বিশেষ পাৰ্থক্য দেখা যায়। অৰ্ধমাগধী সুস্পষ্টভাৱে শৌৰসেনীতকৈ অধিকতৰ পৃথক।

**জৈন মাহাৰাষ্ট্ৰী ঃ** যি সময়ত জৈনীসকলে বিস্তৃতভাৱে বিভিন্ন ঠাইত বসবাস কৰিবলৈ লৈছিল আৰু অন্যান্য উপভাষাৰ প্ৰভাৱো তাৰ ওপৰত পৰিছিল সেই সময়তে লিখা হৈছিল অৰ্বাচীন জৈন সাহিত্যৰাজি। সম্ভৱতঃ পশ্চিম উপকূলৰ ধনী ব্যৱসায়ী সম্প্ৰদায়ৰ মাজত এই ধৰ্মৰ ব্যাপক প্ৰচাৰৰ কাৰণে শ্বেতাম্বৰী জৈন সম্প্ৰদায়ৰ শাস্ত্ৰবহিৰ্ভূত পুথিবিলাক যি যি ভাষাত ৰচিত হৈছিল সেই ভাষাৰ মাজত অৰ্ধমাগধীৰ ভালেমান বিশেষত্ব পৰিলক্ষিত হয় যদিও সি দৰাচলতে মাহাৰাষ্ট্ৰী প্ৰাকৃতৰেই কোনো এটা ৰূপ। যেনে— তুমৰ্থক -ইত্তু, অসমাপিকা (Gerund) -ইত্তা, আৰু ক>গ। ইয়েই য়াকোবীৰ মাহাৰাষ্ট্ৰী আখ্যান-সংকলনৰ প্ৰধান উপভাষা আৰু ইয়েই সাধাৰণতে জৈন মাহাৰাষ্ট্ৰী নামে খ্যাত।

**জৈন শৌৰসেনী ঃ** দিগম্বৰী জৈন সম্প্ৰদায়ৰ শাস্ত্ৰীয় পুথিৰ ভাষাত কৰ্তাৰ একবচন -ও; ত, থ>দ, ধ (ক্ৰমে)। সেই কাৰণেই ইয়াক জৈন শৌৰসেনী বোলা হয়। শৌ. বা মা. নাইবা অমাগ. প্ৰাকৃতত সুলভ ভালেমান বিখ্যাত কেন্দ্ৰস্থান আছিল, আৰু সেইবোৰ ঠাইত মা. আৰু শৌ. উভয়ে সংলগ্ন হৈ আছিল। জৈন শৌৰসেনীয়ে জৈন মাহাৰাষ্ট্ৰীতকৈ অৰ্ধমাগধীৰ বিশেষত্বসমূহ অধিক পৰিমাণে সংৰক্ষণ কৰিছে; কিয়নো জৈন শৌৰসেনী কিছু প্ৰাচীনতৰ ভাষা।

*মূল মূল প্ৰাকৃতবোৰৰ যিবিলাক সাদৃশ্য আৰু বৈশাদৃশ্য ওপৰত দেখুৱা হৈছে সেইবিলাক যে বেছি সূক্ষ্মতৰ শ্ৰেণীবিভাগৰ কাৰণ হ'ব তাৰ কোনো যুক্তি নাই। আমি* পূৰ্বদেশীয় প্ৰাকৃত (মাগধী), দক্ষিণদেশীয় প্ৰাকৃত (মাহাৰাষ্ট্ৰী) আৰু মধ্যদেশীয় প্ৰাকৃত (শৌৰসেনী) পাইছোঁ। অৰ্ধমাগধী মধ্যদেশীয় প্ৰাকৃততকৈ দক্ষিণদেশীয় প্ৰাকৃতৰ লগত অধিকতৰ সাদৃশ্যযুক্ত। কেইটামান আধুনিক ভাৰতীয় আৰ্য ভাষাৰ তুলনামূলক আলোচনাৰ

ভিত্তিত হৰ্ণলে[৩] এই সিদ্ধান্তত উপনীত হৈছে যে সমগ্ৰ আৰ্য ভাষা-ভাষী ভাৰতবৰ্ষ কোনো এসময়ত দুটা ভাষাত বিভক্ত আছিল : এটা 'শৌৰসেনী ভাষা' আৰু আনটো 'মাগধী ভাষা'। তেওঁ মাহাৰাষ্ট্ৰীক মহাৰাষ্ট্ৰ দেশৰ কথ্যভাষাৰ লগত প্ৰত্যক্ষ সম্পৰ্কবিহীন এটা 'কৃত্ৰিম সাহিত্যিক ভাষা' (artificial literary language) বুলি মন্তব্য কৰিছে। প্ৰাকৃত ভাষাসমূহ আৰু আধুনিক উপভাষাসমূহৰ অধিকতৰ বিচাৰ-বিশ্লেষণৰ ফলত দেখা গৈছে যে এই মন্তব্য গ্ৰহণযোগ্য নহয়।

মাহাৰাষ্ট্ৰীৰ (আৰু জৈন মাহাৰাষ্ট্ৰীৰ) এনেকুৱা ধৰণৰ ভালেমান বৈশিষ্ট্য আছে যিবিলাক আধুনিক মাৰাঠীতো পোৱা যায়। তদুপৰি এই প্ৰাকৃত যে মহাৰাষ্ট্ৰ দেশীয় ভাষাৰ ভিত্তিতেই গঢ়ি উঠিছে সেই বিষয়ত লেশমানো সন্দেহ নাই।[৪]

অধিকতৰ উপাদানৰ সহায়ত আলোচনা কৰি গ্ৰীয়াৰ্ছনে আধুনিক ভাষাবিলাকৰ লগত তুলনামূলক বিচাৰৰ ভিত্তিত প্ৰাকৃতসমূহৰ ভৌগোলিক শ্ৰেণীবিভাগ কৰাৰ চেষ্টা কৰিছে।[৫] তেওঁৰ মতানুসৰি শ্ৰেণীবিভাগ এনেকুৱা ধৰণৰ :—

মধ্যদেশীয় প্ৰাকৃত—শৌৰসেনী।
বহিৰ্দেশীয় প্ৰাকৃত— পূৰ্ব-মাগধী;
দক্ষিণ-মাগধী।
অন্তৰ্দেশীয় প্ৰাকৃত—অৰ্ধমাগধী।

শৌৰসেনী সংস্কৃত অনুগামী হিচাপে সৰ্বাগ্ৰণী আৰু প্ৰাচীনতৰ ঋগ্বেদৰ পৰৱৰ্তী কালত হিন্দু-সংস্কৃতিৰ কেন্দ্ৰ মধ্যদেশৰ ভাষা—এই মধ্যবিন্দুৰপৰা দূৰৱৰ্তী সাহিত্য কেন্দ্ৰবোৰ স্বভাৱতে সংস্কৃতৰপৰা যথেষ্ট পৃথক—বিভিন্ন দিশৰপৰা লক্ষ্য কৰিলে এই শ্ৰেণীবিভাগ বহুলাংশে সুবিধাজনক। এই শ্ৰেণীবিভাগ আৰ্য ভাষাভাষীসকলৰ ভাৰত উপ-মহাদেশত প্ৰৱেশাধিকাৰ সম্পৰ্কীয় এটা মতবাদৰ লগত সুন্দৰভাৱে বিজড়িত। যি ভাষাৰপৰা লৌকিক সংস্কৃতৰ সৃষ্টি, আৰু যাৰ ভিত্তিত পৰৱৰ্তী কালত শৌৰসেনীৰ উদ্ভৱ হৈছিল, সেই ভাষাভাষীসকলৰ বিষয়ে এইবুলি অনুমান কৰা হয় যে তেওঁলোকে পূৰ্ববৰ্তী আৰ্য আক্ৰমণৰ কিছুকাল পিছত মধ্যদেশত প্ৰৱেশ কৰাৰ পথ সুগম কৰি লৈছিল। পূৰ্বাগত অৰ্থাৎ প্ৰথমতে অহা লোকসকলৰ উত্তৰাধিকাৰীবিলাকৰ ভাষাৰ পৰাই 'বহিঃচক্ৰ' (Outer Band) ভাষাৰ উৎপত্তি হ'ল।

কিছুমান ভাষাগত তথ্যৰ ব্যাখ্যা হিচাপে এই বিশেষ মতবাদৰ সপক্ষে আৰু

---

৩. Grammar of the Gaudian Languages, 1880; Introduction, pp xxx.

৪. Linguistic Survey of India, মাৰাঠী খণ্ডৰ ভূমিকা।

৫. Encyclopaedia Britannica, 11th edition আৰু প্ৰাকৃত প্ৰবন্ধ, আৰু Imperial Gazetteer of India-ৰ ভাষাবিষয়ক অধ্যায়।

বিপক্ষে ভালেমান যুক্তি দেখুৱাব পাৰি। এই বিশেষ ব্যাখ্যা গ্ৰহণ কৰিবই লাগিব বুলি কোনো যুক্তি নাই; কিন্তু তথাপি এইবিলাক তথ্যৰ ওপৰত প্ৰতিষ্ঠিত শ্ৰেণীবিভাগ মানি লোৱা সম্ভৱ।

মাগধীৰ স্থান নিৰ্দেশ এই শ্ৰেণীবিভাগৰ এটা ত্ৰুটি বুলি ক'ব পাৰি। যদি অযোধ্যা অৰ্ধমাগধীৰ কেন্দ্ৰ হয় তেনেহ'লে আমি আশা কৰিব পাৰোঁ যে ই মোটামুটিভাৱে আধা মাগধী আৰু আধা শৌৰসেনীৰ মিশ্ৰৰূপ হ'ব। যিমানদূৰ জনা গৈছে কেইটামান বৈশিষ্ট্যপূৰ্ণ ধ্বনি বিৱৰ্তনজাত বৈসাদৃশ্যত বাদে মাগধী আৰু শৌৰসেনীৰ মাজত বিশেষ পাৰ্থক্য নাই। যদি অৰ্ধ-মাগধীত কৰ্তাৰ একবচনত 'এ', কেতিয়াবা ৰ>ল, স>শ আৰু যদি মাগধী ভাষাৰ অন্যান্য ধ্বনিগত বৈশিষ্ট্য কিছু আৰোপ কৰা যায় তেনেহ'লে এনেকুৱা ধৰণৰ এবিধ প্ৰাকৃত পোৱা যাব যি ওপৰৰ কল্পনানুসৰি পোৱা গ'লেও সি প্ৰাচীন জৈন ধৰ্মগ্ৰন্থৰ আচল অৰ্ধমাগধীৰ লগত সম্পূৰ্ণ পৃথক হৈয়ে ৰ'ব। পূৰ্বীহিন্দী, পশ্চিমাহিন্দী আৰু বিহাৰী উপভাষাবোৰৰ মধ্যৱৰ্তী ভাষা আৰু দুয়োফালৰ ভাষাতে কিছু কিছু বৈশিষ্ট্য ইয়াৰ লগত যুক্ত হৈ আছে ; কিন্তু প্ৰকৃত অৰ্ধমাগধীৰ প্ৰতি লক্ষ্য কৰিলে ধাৰণা নহয় যে সেই ভাষাই এই স্থান অধিকাৰ কৰিছিল নাইবা সিয়েই পূৰ্বীহিন্দীৰ আচল উৎপত্তিস্থল আছিল।

যিয়ে নহওক, এটা কথা মন কৰা উচিত যে যিবিলাক কথ্যভাষাৰ ভিত্তিত সাহিত্যিক ভাষা গঢ়ি উঠিছিল সেইবিলাকক লৈয়েই মূলতঃ এই শ্ৰেণীবিভাগৰ সূত্ৰপাত। সাহিত্যিক প্ৰাকৃতবিলাক একে সময়তে ঠন ধৰি উঠা নাছিল। গতিকে সিহঁত পৰস্পৰ সমসাময়িক উপভাষা নহয়। অৰ্ধমাগধী শৌৰসেনীতকৈ অধিকতৰ প্ৰাচীন প্ৰাকৃত। এইদৰে কোৱা হয় যে অশোকৰ শিলালিপিৰ পূৰ্বাঞ্চলৰ উপভাষাকে অৰ্ধমাগধীৰ প্ৰাচীনতৰ ৰূপ বুলি গণ্য কৰা উচিত। লুডাৰ্চে ইয়াকে প্ৰাচীন অৰ্ধমাগধী বুলি অভিহিত কৰিছে। ইয়াকেই মৌৰ্য ৰাজ-দৰবাৰত প্ৰচলিত ভাষা বুলি ধৰি লোৱা হয়। পালি ধৰ্মগ্ৰন্থসমূহ বা সংস্কৃত শাস্ত্ৰসমূহ প্ৰতিষ্ঠিত হোৱাৰ আগেয়ে গৌতম বুদ্ধৰ উপদেশবিলাক যি ভাষাত প্ৰথমে লিপিবদ্ধ হৈছিল সেই ভাষাৰ লগত এই ভাষাৰ বিশেষ সাদৃশ্য থকা বুলি বিবেচিত হয়।

গঙ্গা উপত্যকা অঞ্চলত ব্যাপকভাৱে প্ৰচলিত ভাষা শুদ্ধ মাগধীও নাছিল নাইবা শুদ্ধ শৌৰসেনীও নাছিল। ই ঠিক কাশী অঞ্চলৰ ভাষা নাছিল যদিও গঙ্গা উপত্যকাৰ দুই প্ৰান্তৰ মধ্যৱৰ্তী অঞ্চলৰ ভাষাকেই ইয়াৰ মূলভেটি বুলি অনায়াসে মানি ল'ব পাৰি। পৰৱৰ্তী কালত যেতিয়া জৈনধৰ্ম আৰু পশ্চিমাঞ্চললৈ বিয়পি পৰিল তেতিয়া পৰৱৰ্তী অৰ্ধমাগধীত কিছু পৰিমাণে মাহাৰাষ্ট্ৰীৰ ছাপ পৰিল, আৰু সেই ভাষা জৈন শাস্ত্ৰ-বিলাকত ব্যৱহৃত হ'বলৈ ধৰিলে। অন্যান্য পাৰিপাৰ্শ্বিকতাৰ ফলস্বৰূপে ইতিমধ্যে

বৌদ্ধ শাস্ত্ৰবিলাকৰ ভাষা পালিলৈ পৰিবৰ্তিত হ'ল। (দ্ৰষ্টব্য— এচ. লেভি : জাৰ্নাল এচিয়াটিক্ ১৯১২, পৃঃ ৪৯৫)।

**পৈশাচী প্ৰাকৃত :** এতিয়ালৈকে যি ভাষা-চক্ৰৰ আলোচনা কৰা হ'ল পৈশাচীৰ স্থান তাৰ বাহিৰত। 'পৈশাচী' শব্দটো তলত লিখা অৰ্থবোৰতহে প্ৰযোজ্য যেন লাগে : (ক) দৈত্য-দানবৰ ভাষা—'ভূতভাষা', (খ) কেইটামান অপভ্ৰংশ ভাষাকে আৱন্ত কৰি কেইটামান অসভ্য বা বৰ্বৰ ভাষা, (গ) বিভাষা 'চুলিকা পৈশাচী'ক (=চু. পৈ.) ধৰি বৈয়াকৰণিকৰ (বিশেষকৈ হেমচন্দ্ৰৰ) পৈশাচী ভাষা। এই পৈশাচী ভাষাৰ ৰূপ প্ৰাচীন। ইয়াৰ প্ৰধান বৈশিষ্ট্য হ'ল— ঘোষ স্পৰ্শবৰ্ণৰ অঘোষ স্পৰ্শবৰ্ণলৈ পৰিবৰ্তন। তামোতৰ<দামোদৰ; চু. পৈ. নকৰ<নগৰ, ৰাচা<ৰাজা, ঘম্‌ম<ঘৰ্ম, কন্তপ্‌প<কন্দৰ্প।

ণ<ন, ল>ল় (ḷ)—এই ভাষাৰ বৈশিষ্ট্য। -য- অপৰিবৰ্তিতভাৱে থাকে। স্বৰমধ্যস্থিত ব্যঞ্জনৰ বিলোপ নহয়। মহাপ্ৰাণ বৰ্ণ মাত্ৰেই 'হ'লৈ পৰিবৰ্তিত নহয়; জ্ঞ, ন্য>ঞ্ঞ (মাগধীৰ দৰে। প্ৰতিবিধ প্ৰাকৃততেই বোধহয় অতি প্ৰাচীন স্তৰতেই এই পৰিবৰ্তনৰ সূত্ৰপাত হৈছিল)।

এই প্ৰাকৃত কোন অঞ্চলৰ কথ্যভাষা আছিল? শাহ্‌বাজ্‌গড়ী অনুশাসনৰ ভাষাৰ লগত এই উপভাষাৰ একাধিক বিষয়ত সাদৃশ্য আছিল। আখ্যান অনুসৰি গুণাঢ্যৰ **বৃহৎকথা** পৈশাচী ভাষাত ৰচিত। খৃষ্টীয় ১১শ শতিকাত এই পুথি কাশ্মীৰত খুব সৰবৰহী আছিল। সোমদেৱে তেওঁৰ **কথাসৰিৎসাগৰত** ইয়াৰ এটা অনুবাদ দাঙি ধৰিছে আৰু ক্ষেমেন্দ্ৰই **বৃহৎকথামঞ্জৰীত** ইয়াৰ সংক্ষিপ্ত সংস্কৰণৰ সমাবেশ কৰিছে। কোনো কোনো পণ্ডিত এই সিদ্ধান্তত উপনীত হৈছেহি যে চুলিকা পৈশাচী উত্তৰ-পশ্চিম ভাৰতৰ এটা উপভাষা। ছাৰ জৰ্জ গ্ৰীয়াৰ্চনৰ মতে হিন্দুকুশৰ দৰ্দ আৰু কাফিৰ ভাষাবোৰৰ লগত, আকৌ শিণা আৰু কাশ্মীৰী ভাষাৰ প্ৰাচীন স্তৰৰ লগত ইয়াৰ সুন্দৰ সম্পৰ্ক আছে।

আনহাতে গুণাঢ্য দক্ষিণ ভাৰতৰ লোক বুলি স্বীকৃত হৈছে। যি ক্ষেমেন্দ্ৰ, বিহ্লণ, সোমদেৱ আৰু কহ্লণে কাশ্মীৰৰ পৰৱৰ্তী সাহিত্যিক উন্নতিৰ কল্যাণাৰ্থে চেষ্টা কৰিছিল তাৰ বহু শতাব্দী পূৰ্বে বৃহৎকথা ৰচিত হৈছিল। ণ>ন আৰু ল্>ল় (ḷ)- দ্ৰাবিড় ভাষাৰ প্ৰভাৱৰ ইঙ্গিত বোলা হয়। অন্যান্য লক্ষণ, যেনে— স্বৰ মধ্যৱৰ্তী -ত- আৰু -য- ধ্বনিৰ অপৰিবৰ্তিত স্থিতি এটা প্ৰাচীন অভ্যাস মাত্ৰ। ঘোষ ব্যঞ্জনৰ অঘোষ পৰিণতি দক্ষিণাঞ্চলত যিমান উত্তৰাঞ্চলতো তিমানেই প্ৰচলিত। এটা জাতিৰ ভাষা আন এটা জাতিয়ে গ্ৰহণ কৰাৰ সময়ত ভাষাৰ মাজত এনেকুৱা ধৰণৰ অপভ্ৰংশ ৰূপসমূহে স্বাভাৱিকতে স্থান পায়। এই প্ৰসংগত 'Merry Wives of Windsor' নাটকৰ বেল্‌চ্ ধৰ্মযাজক চাৰ হিউ ইভানৰ কথা পাঠকৰ মনত পৰিব পাৰে। গেলিক (Gaelic)

ভাষাভাষীসকলৰ মাজতো এনেকুৱা প্ৰৱণতা আছে। আৰ্য ভাষাৰ সেওঁতাৰ ওপৰত যদি এনেকুৱা ধৰণৰ কোনো অপভ্ৰংশৰূপী ভাষা থাকে তেনেহ'লে আৰ্য ভাষাৰ ক্ৰমাগত বিকাশ তথা বিস্তাৰ লাভৰ লগে লগে সি লোপ পাই আহিব। সেইবাবে এনেকুৱা হোৱাটোও সম্ভৱ যে আদি চুলিকা দৈত্য-দানৱ জাতি যিদৰে বিন্ধ্য পৰ্বতবাসী হ'ব পাৰে সেইদৰে কাশ্মীৰী নৰখাদক হোৱাও একো আচৰিত কথা নহয়। (Ref. Grierson's Monograph pp. 1-2; Sten Konow : Home of Paisacı, Z. D. M. G. ixvi pp, 393-421)।

**প্ৰাচীন প্ৰাকৃত :** অশোকৰ শিলালিপিতেই প্ৰাচীনতম প্ৰাকৃতৰ নিদৰ্শন পোৱা যায়। উত্তৰ-পশ্চিমত (শাহ্‌বাজ্‌গড়ী আৰু মান্‌সেহ্‌ৰা) খৰোষ্ঠী লিপিৰ প্ৰচলন আছিল, আনবিলাক শিলালিপিত (পৰ্বতৰ গাত নাইবা শিলাস্তম্ভত) প্ৰাচীনতম ব্ৰাহ্মীলিপি ব্যৱহৃত হৈছিল। এইবিলাক ভাষাৰ মাজতো বিশেষ ধৰণৰ সমতা নাছিল। পূৰ্বী উপভাষা আৰু পশ্চিমী উপভাষাৰ মাজত এটা উল্লেখযোগ্য বৈসাদৃশ্য দেখা যায়।

গঙ্গা-যমুনাৰ উপত্যকা অঞ্চলৰ স্তম্ভৰ গাত আৰু কাল্‌সী আৰু উৰিষ্যাৰ শিলালিপিত অলপ-অচৰপ বৈসাদৃশ্যযুক্ত পূৰ্বী উপভাষাৰ নিদৰ্শন পোৱা যায়।

এই ভাষাত তলত লিখা বৈশিষ্ট্যবোৰ লক্ষ্য কৰা যায়। ৰ>ল, অ-কাৰান্ত পুংলিঙ্গ আৰু ক্লীবলিঙ্গ শব্দৰ ৰূপত কৰ্তাৰ একবচনত মাগধীৰ দৰে -এ বিভক্তি হয়। আনহাতে -স- ৰক্ষিত হৈছে, কিন্তু -শ- নাই; (কাল্‌সীত -য- ধ্বনিও আছে)। এই উপভাষাক মাগধী বোলা হয়। কিন্তু লুডাৰ্চে কয়—ই অৰ্ধমাগধী। ইয়াৰ প্ৰকৃত নাম যিয়েই নহওক—অশোক আৰু তেওঁৰ ৰাজসভাৰ পণ্ডিতসকলে এই ভাষাতেই বাক্যালাপ কৰিছিল। পশ্চিম আৰু উত্তৰ অঞ্চলৰ শিলালিপিতো এই ৰাজ-দৰবাৰী ভাষাৰ প্ৰভাৱ পৰিছিল; সেইবিলাক সমসাময়িক স্থানীয় শুদ্ধ ভাষাত ৰচিত হোৱা নাছিল। এই প্ৰভাৱৰ কাৰণে সেই ভাষাত শব্দৰ যিবিলাক ৰূপ ব্যৱহৃত হৈছে সিবিলাকক সাধাৰণতে 'মাগধী-প্ৰয়োগ' বোলা হয়।

গিৰ্ণাৰৰ শিলালিপিত পশ্চিমাঞ্চলৰ (ভাষাৰ) নিদৰ্শন পোৱা যায়। এই ভাষাত কৰ্তাৰ একবচনত -ও, ক্লীবলিংগ -অং, আৰু -ৰ-, -স- ধ্বনিৰ প্ৰয়োগ পোৱা যায়। (মাগধী প্ৰয়োগ—প্ৰিয়ো>প্ৰিয়ে, জনো>জনে, মূলং>মূলে, ইত্যাদি)। এই ভাষাৰ কোনো কোনো লক্ষণে পালি ভাষাৰ কথা মনত পেলায়, সেইবুলি পালিৰ লগত এই ভাষা অভিন্ন নহয়।

বহুতে অনুমান কৰে যে পশ্চিমী ভাষাৰ মাজেদি মৌৰ্য সাম্ৰাজ্যৰ এখন প্ৰধান প্ৰদেশৰ ৰাজধানী উজ্জয়িনীৰ কথ্যভাষাৰ কম-বেছি পৰিমাণে নিদৰ্শন পোৱা যায়।

দক্ষিণ ভাৰতত আৱিষ্কৃত শিলালিপিসমূহৰ ভাষাৰ লগত পূৰ্বদেশতকৈ পশ্চিম

দেশৰ ভাষাৰ সাদৃশ্যহে বেছি। অৱশ্যে এই ভাষাৰ নিজস্ব বৈশিষ্ট্যও কেইটামান আছে।

উত্তৰ-পশ্চিমাঞ্চলৰ লিপিবোৰৰ লগত পূৰ্বাঞ্চল আৰু পশ্চিমাঞ্চলৰ লিপিৰ মাজত বহুখিনি প্ৰভেদ দেখা যায়। শাহ্‌বাজগড়ীতকৈ মান্‌সেহ্‌ৰাত মাগধী প্ৰয়োগ বেছি। উভয়তে -ৰ-, -স-, -শ- ধ্বনিৰ প্ৰয়োগ আছে। শাহ্‌বাজ্‌গড়ীত কৰ্তাৰ একবচনত -ও-, ক্লীবলিংগত -অং প্ৰধান বিভক্তি। আকৌ মান্‌সেহ্‌ৰাত (অৰ্ধ) মাগধীৰ -এ বিভক্তিৰ প্ৰতি বেছি পক্ষপাতিতা দেখা যায়। উভয়তে -ৰ- ধ্বনিৰ লগত আন বৰ্ণৰ যুক্তাবস্থা প্ৰায়ে বৰ্ণবিপৰ্যয়ৰ মাজেদি দেখা যায়। পিয়দসি>প্ৰিয়দ্ৰসি, ভূতপূৰ্বং=গিৰ্ণাৰত ভূতপ্ৰব, ধৌলিত হূতপুলবা; শাহ্‌বাজ্‌গড়ীত ত্ৰয়ো=গিৰ্ণাৰত ত্ৰী; শাহ্‌বাজ্‌গড়ীত স্ৰুগো=মান্‌সেহ্‌ৰাত স্ৰিগে=গিৰ্ণাৰত মগো=পূৰ্বদেশ মিগে।

শেষোদ্ধৃত উদাহৰণটো পূৰ্বদেশ আৰু পশ্চিমদেশৰ মাজত থকা পাৰ্থক্যৰ আন এটা নিদৰ্শন। (৩০.)।

শাহ্‌বাজ্‌গড়ীয়ে ক্ষমিতবিয় শব্দত থকা দৰে -ক্ষ- ৰাখিছে; কিন্তু গিৰ্ণাৰত ছমিতেৱ আৰু পূৰ্বদেশত খমিতেৱ। (৪০.)।

পশ্চিমা আৰু উত্তৰ-পশ্চিমা দুয়োবিধ ভাষাতে ব্যৱহৃত সংযুক্ত ব্যঞ্জন যেনে - প্ৰ- (প্ৰিয় শব্দত) কানো একালত 'সংস্কৃত প্ৰয়োগ' বুলি ধৰা হৈছিল। এইবোৰ প্ৰাচীন ধ্বনিতত্ত্বৰ ভগ্নাৱশিষ্ট। উত্তৰ-পশ্চিমৰ আধুনিক ভাষাত আজিও এনেকুৱা যুক্তব্যঞ্জনৰ প্ৰচলন আছে। যেনে, লহ্‌ন্‌ডা— ত্ৰে (তিনি), ত্ৰুং; সিন্ধী— ট্ৰপ।

উত্তৰ-পশ্চিম দেশৰ শব্দৰ ৰূপসমূহৰ লগত আনবিলাকৰ তুলনা কৰা সময়ত মনত ৰখা উচিত যে খৰোষ্ঠী লিপিত হ্ৰস্ব আৰু দীৰ্ঘ স্বৰৰ মাজত কোনো পাৰ্থক্য নাই।

এইটোৱো মনত ৰখা দৰ্কাৰ যে অশোকৰ শিলালিপিৰ খৰোষ্ঠী নাইবা ব্ৰাহ্মী, কোনোবিধ লিপিতেই যুক্তব্যঞ্জনৰ ব্যৱহাৰ নাই। সেয়ে 'চক্‌ক্মাকে' -ৰ ঠাইত 'চক্মাকে', 'চক্‌খুদানে'ৰ 'চখুদানে' পোৱা যায়।

বৰ্তমান কলিকতাত সংৰক্ষিতাৱস্থাত থকা বৈৰাট্ ভাব্‌ৰা শিলালিপিত ধৰ্মশাস্ত্ৰৰ পৰা উদ্ধৃত অশোকৰ প্ৰিয় কিছুমান অংশ পোৱা যায়। এই শিলালিপিৰ ভাষাৰ বিষয়ে বহুল আলোচনা হৈ গৈছে। পালিৰ 'ৰাজল' -ৰ ঠাইত 'লাঘুল' আৰু 'অধিগিচ্য' (<অধিকৃত্য)— এইবিলাক শব্দৰ সমানৰূপ শিলালিপিত পোৱা যায়। এইবোৰ বৌদ্ধধৰ্মৰ পুথিতকৈ প্ৰাচীনতৰ ভাষাৰ নিদৰ্শন বুলি বিবেচিত হয়। যি ভাষাত সকলো ঠাইতে একক -ৰ- 'ল' বৰ্ণত পৰিণত হৈছে তেনেস্থলত হুল্‌টচ (Hultzsch) পঠিত প্ৰিয়দসি, সৰ্বে, প্ৰসাদে আৰু অভিপ্ৰেতং ৰূপবিলাক অদ্ভুত যেন লাগে। এই কথা মানি লোৱাই মংগলজনক যে শিলত খোদিত এই যুক্তবৰ্ণত সৰু সৰু সকলো বেখাকেই -ৰ- বুলি ধৰি লোৱা হয়। সেইবিলাক সকলো ঠাইতেই খুব স্পষ্টও নহয়। সেয়ে অনুমান কৰিব

পাৰি যে শিলৰ অসমতা ভিন্ন এইবোৰ আন একো নহয়।

অশোকৰ অনুশাসনৰ উপভাষাবোৰৰ শ্ৰেণীবিভাগ পৰৱৰ্তী প্ৰাকৃতৰ শ্ৰেণীবিভাগৰ লগত নিমিলে। সি একো আচৰিত কথা নহয়। সাহিত্য-সংস্কৃতিৰ কেন্দ্ৰসমূহে ক্ৰমবিকাশৰ ধাৰাটোক ৰক্ষা নকৰিলে কেইটামান শতাব্দীৰ পিছত সাধাৰণ প্ৰয়োজনৰ কাৰণে ব্যৱহাৰ কৰা ভাষাবোৰৰ শ্ৰেণীবিভাগ পাৰ্থক্য থকা স্বাভাৱিক। নাটকত ব্যৱহৃত প্ৰাকৃতবিলাকৰ মাজত পঞ্জাব আৰু উত্তৰ-পশ্চিম অঞ্চলৰ ভাষা বুলিবলৈ একোৱেই নাই। (এইবোৰ দেশৰ ভাষা বুলি) পৈশাচী প্ৰাকৃতৰ বিষয়ে যি দাবী কৰা হয় সেই কথা আগতে উল্লেখ কৰা হৈছে। উত্তৰ দেশৰ বৌদ্ধসকলৰ মাজত প্ৰচলিত হোৱা আন এবিধ প্ৰাকৃতৰ নিদৰ্শনো পোৱা যায়। খৰোষ্ঠী লিপিত ৰচিত দুত্ৰউইল দে বিন্‌চ্ নামৰ ধম্মপদ গ্ৰন্থৰ কিছু অংশ খোটানৰ ওপৰত পোৱা যায়। ইয়াৰ মাজত এনেকুৱা কিছুমান ভাষাগত বৈশিষ্ট্য দেখা যায় যিবোৰ উত্তৰ-পশ্চিম দেশৰ আধুনিক ভাষাতো পোৱা যায়। [Journal Asiatique (Senart) 1898 pp. 193; (J. Bloch) 1912, pp. 331]।

**পালি ঃ** পালিৰ মূল অৰ্থ 'চাৰিসীমা, সীমা, বা ৰেখা'! হীনযানী বৌদ্ধৰ শাস্ত্ৰগ্ৰন্থৰ কথা বুজাবলৈকে পালি শব্দৰ প্ৰয়োগ হৈছিল। সেই কাৰণে ইয়াক ধৰ্মগ্ৰন্থৰ ভাষা বুলি কোৱা হয়। আন শাস্ত্ৰবহিৰ্ভূত পুথিতো এই ভাষা পোৱা যায়। সিংহল, ব্ৰহ্মদেশ আৰু শ্যামদেশত ধৰ্মপ্ৰচাৰকৰ যিবোৰ বিহাৰ আছিল সেইবোৰতেই এইবিলাক সংৰক্ষিত হৈছে। আকৌ পালি বুলিলে কেতিয়াবা কেতিয়াবা তলত লিখাবোৰকো সূচায় ঃ— (ক) অশোকৰ শিলালিপিৰ (ভাষা), ইয়াৰ মাজত তিনি-চাৰিবিধ বিশিষ্ট উপভাষাৰ নিদৰ্শন থাকিলেও, (খ) অশোক-সাম্ৰাজ্যৰ আদালত-দৰবাৰৰ ভাষা, মধ্যযুগৰ বহুবিস্তৃত ভাৰতীয় ভাষাৰ এটা ৰূপ আৰু (গ) শিলাস্তম্ভৰ গাত লিখা প্ৰাকৃত— যেতিয়ালৈকে সংস্কৃতে প্ৰাকৃতৰ (পালিৰ) ঠাই অধিকাৰ কৰা নাছিল তেতিয়ালৈকে সকলোবোৰ শিলালিপিৰ ভাষা ইয়াৰ অন্তৰ্গত। বৌদ্ধ গ্ৰন্থৰ পালি ভাষা এটা স্বতন্ত্ৰ শিক্ষণীয় বিষয় হিচাপে পৰিগণিত— ব্ৰহ্মদেশৰ বৌদ্ধবিলাকৰ কাৰণে ই সংস্কৃত ভাষাৰ অনুৰূপ। ভাৰতবৰ্ষত ইয়াৰ অধ্যয়ন চৰ্চা বেছি ৰকমে হোৱা নাছিল। তথাপি (ক) ভাৰতীয় ভাষাৰ ইতিহাস আৰু (খ) প্ৰাচীন প্ৰাকৃত শিলালিপিৰ পাঠ-চৰ্চাৰ কাৰণে পালি ভাষাৰ চৰ্চা বা গৱেষণাৰ আৱশ্যকতা যথেষ্ট।

পৰিমাৰ্জিত বা ৰুচিসন্মত পালি ভাষা অধ্যয়নৰ সাহায্যাৰ্থে ভালেমান পালি ব্যাকৰণ, সাহিত্য-পাঠ, মূলগ্ৰন্থ আৰু অনুবাদ পোৱা যায়। সেই কাৰণে ইয়াত অতি সাধাৰণ খাপৰ এটা বৰ্ণনাৰ সমাৱেশ কৰিলেই যথেষ্ট হ'ব।

**পালিৰ বিশেষত্ব ঃ** অৰ্ধমাগধীতকৈ পালিয়ে প্ৰাচীন ব্যাকৰণগত পদ্ধতি অৰ্থাৎ

ৰীতি-নিয়ম বহু বেছি ৰকমে সংৰক্ষণ কৰিছে। আত্মনেপদৰ অধিকতৰ ব্যৱহাৰ লুঙ্ বিশেষকৈ 'স-যুক্ত' (s-aorist) প্ৰচুৰ পৰিমাণে পোৱা যায়। (লুঙ্ আৰু লঙ্ একোটা ৰূপত মিলি গৈছে)। লিট্ খুব কমেইহে ব্যৱহৃত হয়— কিন্তু পোৱা যায়। প্ৰাচীন ধাতুৰূপৰ গণবিলাক অধিকতৰ পৰিমাণে পোৱা যায়। যেনে—

সুণোতি=শৌ. সুণাদি,

কৰোতি (আত্মনেপদ কুব্বতে)=শৌ. কৰেদি;

দদাতি (আৰু দেতি)=শৌ. দেদি।

ধ্বনিতত্ত্বত বিশেষ মন কৰিব লগীয়া লক্ষণবোৰ হ'ল :— উষ্মবৰ্ণৰ মাজত কেৱল -স- ৰক্ষিত; -ষ- ৰক্ষিত; কেতিয়াবা কেতিয়াবা ৰ>ল, কিন্তু মাগধীৰ দৰে সদায় নহয়, ন- কেতিয়াবাহে মূৰ্ধন্য নহয়। স্বৰ মধ্যবৰ্তী ব্যঞ্জন সাধাৰণতে অটুট থাকে, আৰু অঘোষ ব্যঞ্জনবৰ্ণ বিশেষ বিশেষ ক্ষেত্ৰতহে কেতিয়াবা ঘোষ ব্যঞ্জনলৈ পৰিবৰ্তিত হয়. যেনে— ভবতি বা হোতি, কথেতি, পুচ্ছতি ইত্যাদি। মতো<মৃতঃ, কতো<কৃতঃ।

কিছুমান শব্দত দ্ৰ-, ব্ৰ, জাতীয় যুক্তব্যঞ্জন ৰক্ষিত হৈছে।

স্বৰভক্তি সুলভ। আৰ্য>অয্য বা অৰিয়।

এইবিলাক উদাহৰণৰপৰা বুজিব পাৰি যে পালি অশোকীয় [Asokan) উপভাষাত বাহিৰে উল্লিখিত আন সকলোবোৰ প্ৰাকৃততকৈ প্ৰাচীন।

পালিৰ ভৌগোলিক অৱস্থিতি সম্পৰ্কে মতভেদ আছে। ঐতিহ্য তথা ইতিহাস মতে বুদ্ধৰ উপদেশ, বাণী আদি মাগধীত প্ৰচাৰিত হৈছিল যেন লাগে। দক্ষিণ দেশীয় বৌদ্ধসকলে স্বাভাৱিকতে ধৰি লৈছিল যে এইবিলাক ধৰ্মগ্ৰন্থৰ ভাষা বুদ্ধৰ নিজৰ ভাষা। সেয়ে পালি ভাষা মাগধীয়েই হোৱা উচিত; কিন্তু প্ৰকৃতপক্ষে সি নহয়— কৰ্তাৰ একবচনত 'ও' আৰু 'ৰ', 'স', 'জ'-ৰ প্ৰয়োগে সেই কথাৰেই সাক্ষ্য দিয়ে। কিছুমানে ইয়াক উজ্জয়িনীৰ ভাষা বুলি ধৰি ল'ব খোজে; তাৰপৰাই অশোকৰ পুতেক মহিন্দাই শাস্ত্ৰগ্ৰন্থ কিছুমান সিংহললৈ নিয়ে। আন কিছুমানৰ মতে পালি কলিঙ্গ দেশৰ আৰ্য ভাষা।

আন এটা সিদ্ধান্ত মতে পৈশাচীৰ লগত পালিৰ কিছুমান বিষয়ত সাদৃশ্য (যেনে,— ঘোষ ব্যঞ্জনৰ অঘোষীকৰণ) লৈ চাই পালিক বিন্ধ্য অঞ্চলৰ ভাষা বুলি কোৱা হয়। আকৌ একেবিলাক সাদৃশ্যৰ কাৰণে আন কিছুমানে ইয়াক তক্ষশীলাৰ ভাষা বুলিও ক'ব খোজে। মাগধীৰ ঐতিহ্যৰ প্ৰতি লক্ষ্য ৰাখি গেইগাৰে মন্তব্য দিয়ে যে পালি এক প্ৰকাৰ অৰ্ধমাগধীৰপৰাই উদ্ভূত হোৱা ভাষা; পালি কোনো স্থান বিশেষৰ অবিমিশ্ৰিত ভাষা নহয়।

যদি পালি শাস্ত্ৰবিলাক প্ৰাচীনতম সাহিত্যিক নিদৰ্শন নহয় তেনেহ'লে ঐতিহ্যৰ

সহায়ত যিবিলাক যুক্তি দৰ্শোৱা হৈছে সেই সকলোবিলাক অসাৰ হৈ পৰিব। বুদ্ধৰ বাণী আৰু তাৰ সৰ্ব প্ৰাচীন ৰূপসমূহ পূৰ্বদেশীয় ভাষাত যে লিখিত হৈছিল সেই বিষয়ত লেশমানো সন্দেহ নাই। তাৰ পাছতহে এইবিলাক আন আন উপভাষাত অনূদিত হৈছিল, আৰু সেইবিলাকৰে এটা নতুন ৰূপান্তৰ হ'ল এই পালিশাস্ত্ৰসমূহ। ড° এচ. কে. চেটাৰ্জীয়ে কয় যে ধ্বনিতত্ত্ব আৰু ৰূপতত্ত্বৰ বিচাৰ-বিশ্লেষণৰপৰা পালিক মধ্যদেশীয় পশ্চিমা উপভাষা (শৌৰসেনীৰ প্ৰাচীন ৰূপ) বোলা যাব পাৰে; তদুপৰি ইয়াৰ মাজত মূল ভাষাৰো ভালেমান ভগ্নাৱশিষ্ট ৰক্ষিত হৈছে। মৌৰ্য সাম্ৰাজ্যৰ পতনৰ লগে লগে পূৰ্বদেশীয় ৰাজদৰবাৰৰ ভাষাৰ (অৰ্ধমাগধী) ব্যাপক প্ৰচলনো বহু পৰিমাণে হ্ৰাস পাই আহিছে। সাধাৰণতে ধাৰণা ওপজে— ইয়াৰ পাছতেই পালিৰ নিচিনা এটা 'পশ্চিমামিশ্ৰিত ভাষা' (Western lingua franca) বিভিন্ন অঞ্চলত প্ৰচলিত হৈছিল; সেই ভাষাৰ নিদৰ্শন পোৱা যায় খাৰবেল শিলালিপিত।

এই সম্পৰ্কে প্ৰকৃত সত্য যিয়েই নহওক, সুন্দৰভাৱে বুজা যায় যে পালিৰ গঠনত ভালেমান বিভিন্ন ভাষাৰ প্ৰভাৱ অৰ্থাৎ ছাপ পৰিছে, আৰু কালক্ৰমে এই ভাষাৰ পৰিবৰ্তনো ঘটিছে। প্ৰাচীনতম ৰূপ পোৱা যায় গাথাসমূহত, তাৰ পাছৰ নিদৰ্শন ধৰ্ম-গ্ৰন্থৰ গদ্যাংশ, তাৰ পাছত শাস্ত্ৰবহিৰ্ভূত সাহিত্য আৰু সদৌশেষৰ নিদৰ্শন হ'ল এই ভাষাৰ পৰৱৰ্তী স্তৰসমূহ। পালিৰ ক্ৰমবিকাশ সংস্কৃতৰ দ্বাৰা বহুলাংশে প্ৰভাৱান্বিত।

অশোকৰ পৰৱৰ্তী প্ৰাকৃত শিলালিপিবিলাকৰ অধিকসংখ্যকেই ইমান সংক্ষিপ্ত যে সিবিলাক উপভাষাবোৰৰ সুনিশ্চিত শ্ৰেণীবিভাগ কৰা সম্ভৱ নহয়। হথীগুম্ফা গুহাৰ প্ৰৱেশ পথ খৃঃ পূঃ দ্বিতীয় শতিকাৰ বুলি উল্লিখিত খাৰবেল শিলালিপিৰ ভাষাৰ অশোকীয় শিলালিপিৰ পূৰ্বদেশীয় উপভাষাতকৈ পশ্চিমদেশীয় আৰু দক্ষিণদেশীয় ভাষাৰ লগতহে বেছি পৰিমাণে সাদৃশ্য পৰিলক্ষিত হয়। ভালেমান বিষয়ত পালিৰ লগত ইয়াৰ সাদৃশ্য লক্ষ্য কৰা যায়, আকৌ কিছুমান বিষয়ত পাৰ্থক্যও দেখা যায়।

ৰামগড় পাহাৰত জোগীমাৰা গুহাৰ এখন শিলালিপিত মাগধীৰ এটা প্ৰাচীন ৰূপ সংৰক্ষিত হোৱা বুলি অনুমান হয়।

**অশ্বঘোষ :** মধ্য এচিয়াত তাল-পাতত (palm leaf) লিখিত পাণ্ডুলিপিৰ কেইটামান ছিৰা টুকুৰা লুডাৰ্চে জোৰা লগাইছিল; তাৰ জৰিয়তে দুখন বৌদ্ধ-নাটকৰ কিছু কিছু অংশই বিদ্বৎ সমাজৰ দৃষ্টি আকৰ্ষণ কৰিছে। এখনত, বিশেষকৈ উদ্ধাৰিত অংশত কেৱল সংস্কৃত ভাষাহে ব্যৱহৃত হৈছে। আন এখন নাটক, যিখনৰ ৰচক হিচাপে কণিষ্কৰ ৰাজত্ব কালৰ প্ৰখ্যাতনামা বৌদ্ধ সাহিত্যিক অশ্বঘোষৰ নাম উল্লেখ কৰা হয়, তাত একাধিক প্ৰাকৃতৰ ব্যৱহাৰ দেখা যায়। ইয়াত দুষ্ট প্ৰকৃতিৰ লোকে এবিধ প্ৰাকৃত কৈছে য'ত স>শ, ৰ>ল, কৰ্তাৰ একবচনত ও>এ হৈছে। কোনো কোনো বিষয়ত এই

প্ৰাকৃত বৈয়াকৰণৰ নাটকীয় মাগধীতকৈয়ো অধিকতৰ প্ৰাচীন : হগে>অহকং, কীশ>কিশ্‌শ। লুডাৰ্চে ইয়াক প্ৰাচীন মাগধীৰ শ্ৰেণীভুক্ত কৰিছে। এই নাটকত আন এটা চৰিত্ৰৰ ভাষাৰ লগত শিলাস্তম্ভৰ লিপিৰ উপভাষাৰ বিশেষ সাদৃশ্য দেখা যায়, তাক অৰ্ধমাগধীৰে এটা প্ৰাচীন ৰূপ বুলি অনুমান কৰা হয়। বিদূষক আৰু গণিকাৰ ভাষাক প্ৰাচীন শৌৰসেনী বুলি ধৰি লোৱা হয়। এই উপভাষাত স্বৰ মধ্যৱৰ্তী ব্যঞ্জন ৰক্ষিত হৈছে, 'ন' ৰ মূৰ্দ্ধন্যকৰণ হোৱা নাই আৰু -য- ধ্বনি -জ্জ- লৈ ৰূপান্তৰিত হোৱা নাই।

এফালে অশ্বঘোষ আৰু আনফালে কালিদাস, ভৱভূতি আদি— মোটামুটিভাৱে ইহঁতৰ মধ্যৱৰ্তী কালৰ এক প্ৰকাৰ প্ৰাকৃতক কিছুমান পণ্ডিতে সাহিত্যত স্থান দিছে। আৱিষ্কাৰৰ দ্বাৰা ভাসৰ নামত আৰোপিত ত্ৰিবেন্দ্ৰম্ নাট্যাৱলীত এই প্ৰাকৃতৰ নিদৰ্শন পোৱা যায়। প্ৰথম দৃষ্টিত এনেকুৱা ধাৰণা হ'ব পাৰে যে এইবোৰ নাটকৰ ভাষা অশ্বঘোষে ব্যৱহাৰ কৰা প্ৰাকৃতৰ পৰৱৰ্তী স্তৰৰ আৰু গুপ্তযুগৰ কবিসকলে ব্যৱহাৰ কৰা প্ৰাকৃততকৈ প্ৰাচীন। ভাসৰ সময় যদি খৃষ্টীয় দ্বিতীয় বা তৃতীয় শতিকা বুলি ধৰা হয় আৰু এইবোৰ নাটক যদি ভাসৰদ্বাৰা প্ৰণীত বুলি ধৰা হয় তেতিয়াহ'লে কিছুমান কথা সুন্দৰভাৱে মিলি যায়।

দুৰ্ভাগ্যবশতঃ এইবোৰ নাটক যে ভাসৰদ্বাৰা প্ৰণীত সেই কথা আমি নাজানো। দক্ষিণ ভাৰতীয় পুথিৰপৰা আমি এই নাটকবিলাকৰ পৰিচয় পাওঁ— অথচ সপ্তম শতিকা বা তাৰ পিছৰ কালত ৰচিত নাটকৰ ভাষাৰ লগত দক্ষিণ ভাৰতীয় পুথিৰ ভাষাৰ এইবিলাক লক্ষণত সাদৃশ্য বিচাৰি পোৱা যায়।

দক্ষিণ ভাৰতীয় প্ৰাকৃতৰ পৰম্পৰাগত বানানতকৈ উত্তৰ ভাৰতীয় বানান প্ৰাচীন। দক্ষিণত প্ৰচলিত ভাষা দ্ৰাবিড়, সেয়ে তাত প্ৰচলিত প্ৰাকৃতৰ উচ্চাৰণ উত্তৰতকৈ কম পৰিৱৰ্ত্তনাধীন।

প্ৰাকৃত ইতিহাসত দক্ষিণদেশীয় পুথিৰ প্ৰাচীন ৰূপবোৰ প্ৰয়োজনীয়; কিন্তু আজিও এনেকুৱা কোনো চূড়ান্ত প্ৰমাণ পোৱা নাই— যিবোৰৰ দ্বাৰা এই প্ৰাকৃতক বিশেষভাৱে ভাসৰ লগত নাইবা খৃষ্টীয় দ্বিতীয় শতিকাৰ লগত সাঙুৰিব পাৰি। অৱশ্যে কালিদাস আদিৰ নাটক আৰু প্ৰাকৃত ব্যাকৰণৰ পূৰ্বৱৰ্তী কালৰপৰা যে এই ভাষা প্ৰচলিত হৈ আহিছে সেই বিষয়ত সন্দেহ নাই।

ত্ৰিবেন্দ্ৰম্ নাটকসমূহত শৌৰসেনী আৰু মাগধী পোৱা যায়। কৰ্ণভাৰ নাটকত ইন্দ্ৰ আৰু দুজন যোদ্ধাই যি ভাষাত বাক্যালাপ কৰিছে তাৰ লগত অৰ্ধমাগধীৰ সাদৃশ্য পোৱা যায়।

এই শৌৰসেনীৰ প্ৰধান বিশেষত্ববিলাক এনে ধৰণৰ : -ন্ত>ন্দ (1); জ্ঞ> ঞ্ঞ, ঞ, ণ্ণ; ন্য>ণ্ণ।

| ত্ৰিবেন্দ্ৰম্ | সাধাৰণ প্ৰাকৃত |
|---|---|
| উদ্য্>উয্য্ পালিৰ দৰে | উজ্জ |
| ৰ্য>য্য্ পালিৰ দৰে (অশ্বঘোষ) | জ্জ |
| কৰ্ম বহু পুং ঃ আণি, তুলনীয় প্ৰাচীন অমাগ. | -এ |
| কৰ্তা কৰ্ম বহু ক্লীব ঃ আণি (পালি-আনি) | -আইং |
| অধি. এক স্ত্ৰী ঃ -আঅং, তুলনীয় পালি-আয় (ং) | -আএ |
| তব (অশ্বঘোষ) | তুহ |
| কিস্স পালি কিস্স | |
| (অশ্বঘোষ মাগ. কিশ্শ) | কীস |
| গণ্হদি, তুলনীয় পালি গন্হাহি, গেণ্হদি | |
| বৰ্তমান কালবাচক কৃদন্ত | |
| কৰ্মবাচ্য তুমাণ, তুলনীয়-ইয়মান (মাত্ৰ এঠাইত) | -ইঅন্ত |
| কত্তুং, কত্তব আৰু কাদুং, কাদব | |
| অসমাপিকা (Gerund) অৰিঅ | কদুঅ |
| গচ্ছিঅ | গদুঅ |

**অৰ্বাচীন বা শেষ প্ৰাকৃত ঃ অপভ্ৰংশ ঃ** (দ্ৰষ্টব্য—২য় অধ্যায়) ভাষাতত্ত্বৰ ছাত্ৰ-ছাত্ৰীৰ কাৰণে অপভ্ৰংশ স্তৰৰ প্ৰধান প্ৰধান বিশেষত্বসমূহ লক্ষ্য কৰা নিতান্ত প্ৰয়োজনীয়। প্ৰাচীন প্ৰাকৃতত যিদৰে ধ্বনিগত পৰিবৰ্তনসমূহ নাটকীয় প্ৰাকৃতৰ দৰে তিমান দূৰলৈ ঠেলি নিয়া হোৱা নাই সেইদৰে অৰ্বাচনী প্ৰাকৃতত এইবিলাক স্বাভাৱিকতে আৰু দূৰলৈ ঠেলি নিয়া হৈছে। কোনো অপভ্ৰংশ পুথিত প্ৰাচীন ৰূপ ব্যৱহৃত হোৱা দেখিলে বুজিব লাগিব যে গ্ৰন্থকাৰে কোনো সাহিত্যক উদ্দেশ্যৰে এই সাধাৰণ প্ৰাকৃত শব্দবোৰ ব্যৱহাৰ কৰিছে, নাইবা কেতিয়াবা দেখা যাব ক্ৰমপৰিবৰ্তনধাৰাৰ বাহিৰৰ যিবিলাক প্ৰাচীন ৰূপ স্থানীয় উপভাষাত তেতিয়াও প্ৰচলিত হৈয়ে আছিল তাৰপৰাই এইবিলাক আহৰিত হৈছিল। বহিঃচক্ৰৰ কিছুমান উপভাষাৰ ভালেমান প্ৰাচীন ৰূপ সংৰক্ষিত কৰা দেখা যায়।

তলত উল্লেখ কৰা শব্দৰূপ আৰু ধাতুৰূপৰ বৰ্ণনাত (হেমচন্দ্ৰৰ বৰ্ণনাৰ অবলম্বনত) কেবল অপভ্ৰংশৰ ৰূপবিলাকহে বিশেষভাৱে দেখুওৱা হৈছে; প্ৰাকৃতৰ লগত অভিন্ন ৰূপসমূহ ইয়াত উল্লেখ কৰা নাই।

**শব্দৰূপ**

**একবচন ঃ কৰ্তা কৰ্ম পত্তু (ক্লীব ফলু)**

**কৰণ পুৰ্ত্তে**

| | | | |
|---|---|---|---|
| | অপা. | পুত্তহঁ | পুত্তহু |
| | সম্বন্ধ | পুত্তস্সু | পুত্তহোঁ, পুত্তহ |
| | অধি. | পুত্তি | পুত্তহিঁ |
| বহুবচন ঃ | কৰ্তা কৰ্ম | পুত্ত (ক্লীৱ ফলই) | |
| | কৰণ | পুত্তহি (ং) | |
| | অপা. | পুত্তহুঁ | |
| | সম্বন্ধ | পুত্তহঁ | |
| | অধি. | পুত্তহিঁ | |

কৰ্তাত বাহিৰে আন কাৰকৰ ৰূপবোৰৰ তুলনা কৰিলে সুন্দৰভাৱে দেখা যায় যে পদান্তস্থিত স্বৰবোৰ অস্পষ্টভাৱে উচ্চাৰণ কৰিলেই একবচনত সকলো বিভক্তিৰ ৰূপ একে ৰকমৰ হৈ পৰে আৰু বহুবচনতো সকলোবোৰ ৰূপেই সানুনাসিক হৈ অভিন্নতা লাভ কৰে অৰ্থাৎ একে হৈ পৰে। (দ্ৰষ্টব্য—বীমচ্ ২য় খণ্ড, §৪২)। অপভ্ৰংশৰ কৰ্তাৰ একবচনৰ -উ সিন্ধী ভাষাত অতি হ্ৰস্ব 'উ' ৰূপে পোৱা যায়।

সম্বন্ধত একবচনৰ -স- যুক্ত ৰূপ অপভ্ৰংশতো বৈ গৈছে। হিন্দী সৰ্বনামৰ শব্দৰূপত এই স- য়েই তিস্ -কা, কিস্ -কা আদিত আত্মপ্ৰকাশ কৰিছে। য়ুৰোপীয় জিপ্‌চীসকলৰ ৰোমানী (Romani) ভাষাতো ইয়াৰ প্ৰচলন আছে। যেনে— চোৰেস্ -কেৰো (cores-kero) 'চোৰৰ'। কাশ্মীৰীত এই -স-যুক্ত এটা তিৰ্যক ৰূপ আছে— ৎসুৰস্‌নিশ্ (tsuras nish) 'চোৰৰ কাষত', গুৰস্ নিশ্ (guras nish) 'ঘোঁৰাৰ কাষত'— ই সম্প্ৰদান কাৰকত ব্যৱহৃত হয়। মাৰাঠীতো এই 'স' সম্প্ৰদান অৰ্থত ব্যৱহৃত হয়।

## ধাতুৰূপ

| | একবচন | বহুবচন |
|---|---|---|
| ১ম পু. | পুচ্ছউঁ | পুচ্ছহুঁ |
| ২য় পু. | পুচ্ছসি বা পুচ্ছহি | পুচ্ছহু |
| ৩য় পু. | পুচ্ছই | পুচ্ছহিঁ |

এইবিলাক ৰূপ প্ৰাচীন হিন্দী ভাষাৰ খুব সমীপৱৰ্তী আৰু আধুনিক হিন্দীৰ ৰূপ পুছুঁ, পুছে, পুছো, পুছেঁ আদিৰপৰাও বেছি দূৰৱৰ্তী নহয়।

অপভ্ৰংশত বৰ্ণ পৰিবৰ্তনৰ মূল কথাবোৰ এনেকুৱা :— 'উ'ৰ পূৰ্বস্থিত -ৱ- ধ্বনিৰ লোপ : আহউ<আহৱ, সহাউ<স্বভাৱ। 'উ' আৰু 'অ' স্বৰৰ পূৰ্বস্থিত -ম- ধ্বনিৰ লোপ : জউণা<যমুনা, -উহা (ভ্ৰূ অৰ্থত)<ভমুহা, দুগ্‌গউ (আৰু দুগ্‌গমু) <দুৰ্গম।

পদান্ত 'ই' আৰু 'উ' স্বৰৰ নাসিক্যভৱন : ৩য় পু. এক. সুণইঁ, ভণইঁ; ২য় পু. এক.

ৰমহিঁ; কৰ্তা এক. ভণিউ, ভমিউঁ।

স্বৰমধ্যস্থিত ম>ৱঁ/ৱ; (ংৱ- ও লিখা হয়) ঃ কুৱঁৰ<কুমৰ, ভংৱণ<ভ্ৰমণ, সৱণ<শ্ৰমণ, পৱাণ<প্ৰমাণ।

স্বৰৰ হ্ৰস্বতা লাভ ঃ বাণিজ্জ<বাণিজ্য, কৰণ<কাৰণ, নিয়<নীত, পিয়<পীত।

সংকোচন ঃ অন্ধাৰ<অন্ধকাৰ, ভণ্ডাৰ<ভাণ্ডাগাৰ, উণ্হাল<উষ্ণকাল, পিয়াৰ<*পিয়য়ৰ<প্ৰিয়তৰ।

দ্বিত্বসম্পন্ন অৰ্থাৎ যুক্ত ব্যঞ্জনৰ হ্ৰস্বীকৰণ (আৰু স্বৰৰ দীৰ্ঘীকৰণ) ঃ সহাস<সহস্স<সহস্ৰ, ভৱিস<ভৱিস্স<ভৱিষ্য।

বিশেষ্য প্ৰাতিপদিক -অ-, (অ) ড, -উল্ল যুক্ত হৈ প্ৰায় বিস্তাৰ লাভ কৰে। এইবিলাক প্ৰত্যয় প্ৰাচীন প্ৰাকৃতত সুলভ হ'লেও সদায় ব্যৱহৃত নহৈছিল। যেনে— প্ৰাকৃতত -মৎ, -ৱৎ অৰ্থত, বা 'তৎ সম্বন্ধীয়' অৰ্থত -আল, -আলু, -ইল্ল, -উল্ল প্ৰত্যয় পোৱা যায়।

**উদাহৰণ ঃ—**

-আল ঃ মা. সিহাল<শিখাৱৎ, অমাগ. সদ্দাল<শব্দৱৎ, ধণাল<ধনৱৎ।

-আলক ঃ অমাগ. মহালয়<মহৎ।

-আলু ঃ ণিদ্দালু<নিদ্ৰালু (এইটো প্ৰত্যয় সংস্কৃততো পোৱা যায়)।

-ইল্ল ঃ (মা. জৈমা. অমাগ. প্ৰচলিত) মা. কেসৰিল্ল, কন্দলিল্ল, তুলিল্ল, ণেউৰিল্ল, অমাগ. নিয়ডিল্ল<নিকৃতিমৎ, মাইল্ল<মায়াৱিন, ভাইল্ল<ভাগনি, গোইল্ল<গোমৎ, কণ্ইল্ল 'ভাটো'<দেশী কণ, বাহিৰিল্ল 'বাহ্যিক', মা. অমাগ. গামিল্ল 'কৃষক'; অমাগ-জৈমা. পুব্বিল্ল 'পুধৰ'।

-উল্ল প্ৰাকৃতত কেতিয়াবাহে পোৱা যায় ঃ দপ্পুল্ল<দৰ্পিন। বিশেষণৰ অন্যান্য প্ৰত্যয়বিলাক ঃ

-অল্ল (-অল্ল-ঠাইত) আৰু -ইৰ; মা. অমাগ. মহল্ল<মহৎ, নৱল্ল<নৱ, ভমিৰ 'ভ্ৰাম্যমান', লম্বিৰ 'লম্বমান', হসিৰ 'হাস্যময়'।

অৰ্থ পৰিৱৰ্তন ব্যতীত -ক আৰু -ড (সংস্কৃত -ট) ঃ দেশডঅ=দেশ, দোসড=দোষ, ৰণ্ণডঅ=অৰণ্য। এই দুয়োটা প্ৰত্যয় অপভ্ৰংশত প্ৰচুৰ।

সাধাৰণভাৱে এইবুলি ক'ব পাৰি যে আধুনিক ভাষাসমূহৰ শব্দৰ ব্যুৎপত্তি আৰু সিহঁতৰ ধ্বনিতত্ত্বৰ তুলনামূলক অধ্যয়নৰ কাৰণে অপভ্ৰংশ ৰূপবিলাকক (যিমান দূৰলৈকে সম্ভেদ পোৱা যায়) আদি ৰূপ তথা প্ৰাথমিক হিচাপে লোৱাহে উচিত।[৬] হিন্দী

---

৬ দ্ৰষ্টব্য— গ্ৰীয়াৰ্ছন ঃ 'ভাৰতীয় আৰ্যভাষাসমূহৰ ধ্বনিতত্ত্ব'।

'পহ্লা' 'প্ৰথম' শব্দৰ ব্যুৎপত্তিৰ কাৰণে 'প্ৰথমঃ' বা 'পঢমো' শব্দৰপৰা আৰম্ভ নকৰি অপভ্ৰংশ 'পহিলউ'ৰপৰা আৰম্ভ কৰাহে যুগুত।

প্ৰাচীনতৰ ব্যাকৰণকাৰসকলৰ মতে অপভ্ৰংশ অৰ্থাৎ সাহিত্যিক অপভ্ৰংশ তিনি প্ৰকাৰ ঃ ব্ৰাচট, নাগৰ আৰু উপনাগৰ। য়েকোবীয়ে ব্ৰাচট বা ব্ৰাচড়কেই প্ৰাচীনতম ৰূপে দেখুৱাইছে।[৭] সপ্তম শতিকাৰ ব্যাকৰণকাৰসকলৰ মতে ই সিন্ধু অঞ্চলৰ ভাষা। ইয়াকেই আভীৰ্ (বৰ্তমান কালৰ অহীৰ) সকলৰ 'আভীৰী ভাষা' যেন লাগে। য়েকোবীয়ে ব্ৰাচট নামটো 'ব্ৰজ' 'পশুপালকৰ জিৰণিস্থান' শব্দজ বুলি কয় আৰু হিন্দী সাহিত্যিক ভাষা ব্ৰজভাষাৰ নামৰ লগত ইয়াৰ সাদৃশ্যৰ তুলনা কৰিছে। এই অপভ্ৰংশৰ প্ৰধান বিশেষত্ব ঃ ব্যঞ্জনবৰ্ণৰ পৰস্থিত -ৰ- সংৰক্ষণ বা ব্যঞ্জনৰ পাছত -ৰ- যুক্তকৰণ আৰু -ঋ- সংৰক্ষণ।

নাগৰ (নাগৰিক) ঃ ইতৰজন অৰ্থাৎ অধিকতৰ অসভ্য পশুপালকৰ ভাষা আৰু কম উন্নত উপনাগৰ আৰু গ্ৰাম্য ভাষাতকৈ নাগৰ অপভ্ৰংশক অধিক মাৰ্জিত আৰু সংস্কাৰপ্ৰাপ্ত মাধ্যম বুলি ধৰি ল'ব পাৰি। হেমচন্দ্ৰই উদাহৰণ সহ এই অপভ্ৰংশৰেই বৰ্ণনা দি গৈছে। য়েকোবীয়ে ইয়াৰ পৰাই হেমচন্দ্ৰৰ নাগৰ অপভ্ৰংশতকৈ কিছু পৃথক প্ৰকাৰৰ বৰ্ণনা দিছে। গুৰ্জৰৰ ৰাজধানী অণহিল্ল-পাটকত ১১৫৯ খৃষ্টাব্দত ৰচিত হৰিভদ্ৰৰ নেমিণাহচৰিউ পুথিত ইয়তৰে এবিধৰ ব্যৱহাৰ দেখা যায়। এই ভাষাক 'গুৰ্জৰ অপভ্ৰংশ' আখ্যা দিব পাৰি, আৰু শ্বেতাম্বৰী জৈনসকলে লিখনত ইয়াকেই প্ৰথম স্থান দিছিল। ধনবাল বিৰচিত ভৱিসত্তকহা পুথিত ব্যৱহৃত নাগৰ অপভ্ৰংশক য়েকোবীয়ে উত্তৰদেশীয় (Northern) নামেৰে অভিহিত কৰিছে। এই পুথি প্ৰাচীনতৰ আৰু অধিকতৰ সহজ ৰীতিত লিখিত। তদুপৰি ইয়াত প্ৰাকৃত আৰু অলংকাৰৰ প্ৰয়োগো কিছু পৰিমাণে কম। দিগম্বৰ জৈনীসকলে বোধহয় এই অপভ্ৰংশক বেছি সমাদৰ কৰিছিল। ইহঁতৰ ভিতৰত ব্যাকৰণগত প্ৰধান বৈসাদৃশ্য হৈছে বিশেষ্যৰ শব্দৰূপত ব্যৱহৃত স্বৰধ্বনিৰ পাৰ্থক্য।

প্ৰাচীন ব্যাকৰণকাৰ আৰু কবিসকলৰ মাজত ব্যৱহৃত 'অপভ্ৰংশ' নামটোৱে সম্ভৱতঃ নাগৰৰ নিচিনা সাহিত্যিক ভাষাৰ কথাহে সূচাইছিল— যি ভাষা হয়তো কোনো বিশেষ ঠাইত উদ্ভূত হৈ তাৰ পাছত ভালেখিনি ব্যাপকতৰ ঠাই বা অঞ্চল ব্যাপি ব্যৱহৃত হ'বলৈ ধৰিলে। এই অৰ্থত অপভ্ৰংশ পশ্চিম ভাৰতৰ অৰ্থাৎ বৰ্তমান গুজৰাটী, সিন্ধী আৰু মাৰোৱাৰী প্ৰচলিত অঞ্চলৰ ভাষা আছিল আৰু অন্যান্য ঠাইত ইয়াক অনুকৰণ কৰিছিল। যিয়ে নহওক, পৰৱৰ্তী কালত এই নামটো নানা অঞ্চলৰ স্থানীয় ভাষা বা দেশ-ভাষা ৰূপে বুজাবৰ কাৰণে ব্যৱহৃত হৈছিল। সেই অৰ্থত শৌৰসেনী

---

৭ দ্ৰষ্টব্য— ভৱিসত্তকহা 'অৱতৰণিকা'।

অপভ্ৰংশৰ ভালেমান ৰূপ আছিল আৰু সেইবোৰ শৌৰসেনী প্ৰাকৃত সাহিত্যিক ভাষাত পৰিণত হোৱাৰ পিছত মথুৰা অঞ্চলৰ দাঁতিকাষৰীয়া ঠাইবোৰত কথ্য ভাষা ৰূপে চলি আহিছিল। সেইদৰে মাগধী আৰু মাহাৰাষ্ট্ৰী প্ৰাকৃত প্ৰচলিত অঞ্চলবোৰত মাগধী আৰু মাহাৰাষ্ট্ৰী অপভ্ৰংশ ব্যৱহৃত হোৱাটোৱেই স্বাভাৱিক। ইহঁতৰ নিজা নিজা বৈশিষ্ট্যবিলাক সুস্পষ্টৰূপে লক্ষণীয় নোহোৱাৈলেকে এইবোৰ ভাষাৰ প্ৰতি কোনোৱে বিশেষ মনযোগ নিদিব; আকৌ সাধাৰণতে যিবোৰ ভাষাত কোনো সাহিত্য সৃষ্টি হোৱা নাই সেইবোৰ ভাষাৰ বিষয়ে কোনো কথাই লিপিবদ্ধ হোৱা নাই।

ভৰতে নাট্যশাস্ত্ৰত কোনো কোনো চৰিত্ৰৰ উপযোগী কেইটামান বিভাষাৰ উল্লেখ কৰিছে ঃ শাকাৰী (মাগধীৰ আশ্ৰয়ত উদ্ভূত), চাণ্ডালী, শাবৰী, আভীৰী, ঢক্কী ইহঁতৰ অন্তৰ্গত।

মাৰ্কণ্ডেয়ই এইবোৰৰ বিষয়ে কিছু বহল বৰ্ণনাৰ সমাৱেশ কৰিছে আৰু এটা তালিকাত দ্ৰাবিড়সহ সাতাইশটা বিভাষাৰ উল্লেখ কৰিছে। ইয়াত দ্ৰাবিড় অৰ্থত তামিলৰ নিচিনা কোনো দ্ৰাবিড়ীয় ভাষাৰ কথা কোৱা যেন নালাগে; ই আচলতে তামিল ভাষাভাষী অঞ্চলত প্ৰচলিত অৰ্বাচীন ভাৰতীয় আৰ্য ভাষাৰ এটা ভ্ৰষ্ট ৰূপকহে সূচাইছে। ৰামতৰ্কবাগীশে পাঞ্চালী, মালৱী, মধ্যদেশীয় আদি বিভাষা সম্পৰ্কে কিছু টীকা দি গৈছে। এইবোৰক সুকীয়া স্থানীয় উপভাষা নবুলি ব্যাপকভাৱে প্ৰচলিত সাধাৰণ অপভ্ৰংশৰ অৰ্থাৎ পশ্চিমদেশীয় সাহিত্যিক অপভ্ৰংশৰ বিভিন্ন ৰূপভেদ বুলি কোৱাহে সমীচীন। মাহাৰাষ্ট্ৰীৰূপৰা মাৰাঠী আৰু মাগধীৰূপৰা বঙালী ভাষাৰ ক্ৰমবিকাশৰ ইতিহাসত কোনো অপভ্ৰংশ স্তৰৰ কথা লিপিবদ্ধ হোৱা নাই। প্ৰাচীনতৰ বিভাষাবোৰৰ মধ্যযুগীয় বিৱৰণ পঞ্জীতকৈ সুপৰিচিত প্ৰাকৃতৰ স্থানীয় (নাইবা উপজাতিগত) ৰূপান্তৰ হোৱাৰ সম্ভাৱনাই অধিক। গতিকে আমি ইহঁতৰ উপাদানবোৰৰ শ্ৰেণীবিভাগৰ চেষ্টা কৰিলেও ভাৰতীয় আৰ্য ভাষাৰ বংশ তালিকাত ইহঁতৰ বিভিন্ন স্থান নিৰ্ধাৰণ কৰিবলৈ অসমৰ্থ। □

# একাদশ অধ্যায়

# প্ৰাকৃত সাহিত্য

খৃষ্টপূৰ্ব তৃতীয় শতিকাৰ অশোকৰ অনুশাসনবিলাকে দাঙি ধৰে প্ৰাচীনতম প্ৰাকৃতৰ নিদৰ্শন। তাৰো আগতে আছিল বৌদ্ধ-ধৰ্মগ্ৰন্থসমূহ। আমি আগতে পাই আহিছোঁ, অশোকে এইবোৰৰপৰা তেওঁৰ প্ৰিয় অংশবোৰৰ কেইটামান শিৰোনামৰ উল্লেখ কৰিছিল। তেওঁৰ উদ্ধৃতিৰ ৰূপ দেখিলে অনুমান হয় যে ব্ৰহ্মদেশ আৰু সিংহলত হীনযানপন্থীসকলৰ মঠত প্ৰচলিত শাস্ত্ৰীয় পালিভাষাত তেতিয়াও ধৰ্মপুথিবোৰ লিপিবদ্ধ হোৱা নাছিল। কোনো পালি গ্ৰন্থকেই অশোকৰ আগৰ কালত ৰচিত বুলি নিশ্চয়কৈ ক'ব নোৱাৰি।

সাহিত্যৰ বৰ্ণনা হিচাপে শিলালিপিৰ কোনো বিশেষ স্থান নাই। তথাপি অশোকৰ অনুশাসনবোৰ কোনো পুথিৰ আকাৰত সংৰক্ষিত হোৱা হ'লে এই ৰচনাসমূহ নিঃসন্দেহে প্ৰাকৃত সাহিত্যৰ প্ৰাচীনতম তাৰিখযুক্ত ৰচনাৰূপে বিবেচিত হ'লহেঁতেন। এইবোৰত প্ৰয়োগ কৰা উপভাষা আৰু সিহঁতৰ কিছু ৰূপ বৈচিত্ৰ্যৰ বিষয়ে ওপৰত উল্লেখ কৰা হৈছে। গদ্য-সাহিত্যৰ ইতিহাসত এই ৰচনা ৰীতিৰ বিশেষত্ব মন কৰিবলগীয়া। সকলো প্ৰকাৰ অলংকাৰযুক্ত এই ভাষাই সম্ৰাটৰ ঐকান্তিকতা আৰু আগ্ৰহৰ সুপৰিচয় দিয়ে। এইবোৰৰ পাণ্ডুলিপি স্বয়ং ৰজাৰ হাতেৰে প্ৰস্তুত হৈছিল বুলি ভবাৰ যুক্তি আছে। কিয়নো এই অনুশাসনবোৰত সভাসদ্ বা লিপিকাৰসকলৰ স্বভাৱসিদ্ধ স্তুতিবাদৰ কোনো নাম-গোন্ধেই নাই।

এই অনুশাসনৰ ৰচনাৰীতি দৰায়ুসৰ শিলালিপিসমূহৰ লগত তুলনা কৰিব পাৰি। সম্ৰাটৰ বিভিন্ন কাজ-কামৰ বিষয়ে পাহাৰৰ শিলাখণ্ডত খোদিত কৰা কল্পনা তথা পদ্ধতি পাৰস্যৰপৰাহে আহিছিল। আকৌ আটাইতকৈ মন কৰিবলগীয়া কথা হ'ল পাটলিপুত্ৰৰ ৰাজসভাত প্ৰাচীন পাৰ্চী ভাৱা ইমান সুপৰিচিত আছিল যে তাৰদ্বাৰা হেনো অশোকৰ ভাষাও প্ৰভাৱান্বিত হৈছিল; কিন্তু ইয়াৰ কোনো প্ৰমাণ নাই। যিয়ে নহওক এই দুয়োটা পৰ্যায়ৰ মাজত দৃষ্টিভংগীৰ ব্যাপক পাৰ্থক্য আছে। অহুৰমজদাৰ সাহায্যেৰে প্ৰতিদ্বন্দ্বীবোৰক পৰাজিত কৰি নিজৰ বিশাল সাম্ৰাজ্য প্ৰতিষ্ঠা কৰিবলৈ পাই দৰায়ুস

আনন্দত অভিভূত হৈ পৰিছিল। অশোকে আকৌ কলিঙ্গ বিজয়ৰ কাৰণে অনুশোচনাহে কৰিছে। তেওঁৰ মূল অভিপ্ৰায় আছিল দেশ-বিদেশত ধৰ্মৰ ব্যাপক প্ৰসাৰ সাধন কৰা। সেই উদ্দেশ্যে তেওঁ যিবিলাক পন্থা অৱলম্বন কৰিছিল সিবিলাকৰ বৰ্ণনা কৰি সেই মৰ্মে আদেশ প্ৰচাৰ কৰিছিল। মৌৰ্য সাম্ৰাজ্যৰ শাসন-পদ্ধতি আৰু সেই কালৰ জনৈক প্ৰজাবৎসল শাসকে জনসাধাৰণৰ হিতাৰ্থে কেনেভাৱে কাম-কাজ হাতত লৈছিল সেইবিলাক কথাও প্ৰসংগক্ৰমে অনুশাসনবোৰত কিছু পৰিমাণে পোৱা গৈছিল।

অশোকৰ এই পৰ্যায়ৰ কৰ্মপদ্ধতিৰ ভিতৰত কিছুমান তেওঁৰ নিজৰেই বিশেষত্ব যেন লাগে। এই সমগ্ৰ অনুশাসনৰাজিৰ প্ৰকাশভংগীৰ সৰলতাই সিহঁতক এনেকুৱা একোটা মৰ্যাদা দিছে, যিটো সঁচাকৈয়ে পৰৱৰ্তীকালৰ অলংকাৰবহুল প্ৰশস্তিবোৰত একেবাৰে পোৱা নাযায়।

প্ৰাকৃত সাহিত্যক যদি ব্যাপক অৰ্থত লোৱা হয় তেনেহ'লে পালিকেই আটাইতকৈ গুৰুত্বপূৰ্ণ স্থান দিব লাগিব। পালিৰ এই দাবী কেৱল ইয়াৰ প্ৰাচীনতাৰ কাৰণেই নহয়, বৰং প্ৰাচীন বৌদ্ধ সাহিত্যৰ সুকীয়া মূল্য আৰু ঐতিহাসিক প্ৰয়োজনৰ ওপৰতহে অধিক নিৰ্ভৰশীল। ভাৰতীয় ধৰ্মসমূহৰ ভিতৰত বৌদ্ধধৰ্মৰ প্ৰভাৱ আটাইতকৈ গভীৰ হিচাপে বিস্তাৰিত হৈছে। পালিৰ ত্ৰিপিটক বা 'তিনিটা পেৰা'তেই বৌদ্ধধৰ্মৰ প্ৰাচীনতম ধৰ্মগ্ৰন্থবোৰ বিৰাজমান। তদুপৰি পালি ধৰ্মপুথিবোৰৰপৰাই আমি প্ৰসংগক্ৰমে ভাৰতীয় জীৱন নিৰ্বাহৰ কিছু পৰিচয় পাওঁ। এইবিলাকক ব্ৰাহ্মণ্যধৰ্মযাজকসকলৰ পণ্ডিতীয়া দৃষ্টিভংগীৰ আৰু কবিসকলৰ কাল্পনিক বৰ্ণনাসমূহৰ পৰিপূৰক বুলি অভিহিত কৰিব পাৰি। প্ৰতিজন ভাৰতীয় ইতিহাসৰ ছাত্ৰ-ছাত্ৰীয়ে কমেও অন্ততঃ কেইটামান জাতক আৰু বুদ্ধৰ জন্ম কাহিনী পঢ়া উচিত।[1] বুদ্ধৰ জীৱনৰ এই গল্পবিলাক আৰু দৃশ্যৰাজি বৌদ্ধ-স্তূপ আৰু বিহাৰসমূহৰ প্ৰাচীৰৰ গাত খোদিত কৰা দেখা যায়। এইবোৰ ধৰ্মগ্ৰন্থত প্ৰকাশিত বৌদ্ধনীতিৰ সাধাৰণ জ্ঞান আৰু বৌদ্ধ ভিক্ষু আৰু উপাসকসকলৰ জীৱন নিৰ্বাহৰ বিষয়ে কিছু পৰিমাণে নাজানিলে কোনো ছাত্ৰৰ পক্ষেই বৌদ্ধধৰ্ম প্ৰতিষ্ঠাতাৰ মৃত্যুৰ পাছত এহাজাৰবো অধিক কাল ব্যাপি যি ভাৰতীয় ইতিহাসৰ প্ৰধান বিষয় হিচাপে স্থান লাভ কৰিছিল সেই বিষয়ত স্পষ্ট ধাৰণা কৰা সম্ভৱ নহয়। ভাৰতীয় দৰ্শনৰ ছাত্ৰসকলেও হৃদয়ংগম কৰিবলৈ সক্ষম হ'ব যে সূক্ষ্ম যুক্তি আৰু নিৰ্ভীক চিন্তা কেৱল হিন্দু দৰ্শনতেই সীমাবদ্ধ নাছিল, বৰং বৌদ্ধ ধৰ্মৰ মাজতো পোৱা গৈছিল।

সিংহলৰ প্ৰাচীন ইতিহাসৰ বিষয়ে আলোচনা কৰা পুথিৰ নাম মহাবংশ। ই ভিক্ষুসকলৰ গাথাবদ্ধ বৰ্ণনাৰদ্বাৰা সমৃদ্ধ।

---

১ দ্ৰষ্টব্য— গ্ৰন্থপঞ্জী।

প্ৰাকৃত সাহিত্য বুলিলে সাধাৰণতে পালি সাহিত্যক তাৰ অন্তৰ্ভুক্ত কৰা নহয়। পালি ৰচনাসমূহ বাদ দিলে সমগ্ৰ প্ৰাকৃত সাহিত্যৰ বহুলাংশই হ'ল জৈন সাহিত্য। আগতে কোৱাৰ দৰে এই সাহিত্য তিনিবিধ সুকীয়া প্ৰাকৃতত পোৱা যায়।

শ্বেতাম্বৰপন্থীৰ মাজত প্ৰচলিত জৈন পুথিৰ ভাষা হ'ল অৰ্ধমাগধী। এই শাস্ত্ৰীয় গ্ৰন্থৰ অন্তৰ্ভুক্ত ৪৫টা আগমৰ ভিতৰত ১১টা অংগ আৰু ১২টা উপাংগ। ইহঁতক কেতিয়াবা কেতিয়াবা প্ৰাকৃত নামেৰেও অভিহিত কৰা হয়।

১ম অঙ্গ : আয়াৰঙ্গ সুত্তং=আচাৰাঙ্গ-সূত্ৰম্।

২য় অঙ্গ : সুয় গড়ঙ্গং=সূত্ৰকৃতাঙ্গম্।

৭ম অঙ্গ : উবাসগ-দসাও=উপাসক-দশাঃ[২]।

১ম উপাঙ্গ : ওৱৱাঈঅ-সুত্তং=ঔপপাতিক-সূত্ৰম্।

খৃষ্টাব্দ পঞ্চম শতিকাত দেবড্ডি গণিন্-দ্বাৰা এই ৰচনাৰ এটা বিৰাট সংকলন সম্পাদিত হয়। এই কাম সম্পূৰ্ণৰূপে সমাধা হোৱাৰ কাল (date) জৈনধৰ্ম প্ৰতিষ্ঠাতাৰ নিৰ্বাণ লাভৰ ৯৮০ বছৰ পিছত অৰ্থাৎ ৪৫৪ খৃষ্টাব্দত (নাইবা আনুমানিক ৫১৪ খৃষ্টাব্দত) বুলি ধৰি লোৱা হয়।

'পূৰ্ব' নামে খ্যাত যিবিলাক প্ৰাচীন পুথিৰ ভিত্তিত সম্পাদনাৰ কাম সমাধা হৈছিল সেইবিলাক পুথি একেবাৰে লোপ পাইছে। এই সংগ্ৰহত বিভিন্ন শতিকাৰ উপাদানসমূহ এইদৰেই মিহলি হৈ গৈছে আৰু সেই কাৰণে ইহঁতক পৃথক কৰি লোৱা যথেষ্ট দুৰূহ হৈ পৰিছে। কিছু অংশ ভদ্ৰবাহুৰ (প্ৰায় খৃঃ পূঃ ৩০০) ৰচনা বুলি অনুমান কৰা হয়। এই শ্ৰেণীৰ এখনি মূল্যবান ৰচনা হ'ল কপ্পসুত্তং (=কল্পসূত্ৰম্)[৩]; ইয়াত মহাবীৰৰ জীৱন কাহিনী লিপিবদ্ধ হৈছে। গতিকে ই খৃষ্টাব্দ ৫ম শতিকাৰ আগৰ কালৰ ৰচনা হ'ব নোৱাৰে।

প্ৰাচীনতম গদ্য পুথিৰ ৰচনা ৰীতি কথাপ্ৰধান। বহুল বৰ্ণনা আৰু সীমাহীন পুনৰুক্তিত লিখকৰ অপাৰ আনন্দ। সাধাৰণ ছাত্ৰ-ছাত্ৰীৰ বাবে ইয়াৰ প্ৰধান আৱশ্যকতা হ'ল এই যে ইয়াত প্ৰসংগক্ৰমে উল্লিখিত সাধাৰণ দৈনন্দিন জীৱনৰ বিভিন্ন ঘটনা আৰু পাৰিপাৰ্শ্বিকতাৰ কথা আছে।

জৈন সাহিত্যত প্ৰাচীনতম কাব্যগ্ৰন্থ হৈছে পউমচৰিয় ; ই ৰামায়ণৰে অন্যতম সংস্কৰণ। ইয়াৰ ৰচনা কাল সম্ভৱতঃ খৃষ্টাব্দ ৩য় শতিকা।[৪]

---

২ Hoernle-ৰ দ্বাৰা Bibliotheca Indica-ত সম্পাদিত আৰু অনূদিত।

৩ Jacobi-ৰ দ্বাৰা সম্পাদিত আৰু Sacred Books of the East Series-অত অনূদিত। দ্ৰষ্টব্য—গ্ৰন্থপঞ্জী।

৪ অপভ্ৰংশ ভাষা-সাহিত্যকো ম্লান কৰি তোলা [illegible] হৈছে।

জৈন মাহাৰাষ্ট্ৰীত শ্বেতাম্বৰপন্থীসকলৰ মাজত শাস্ত্ৰৰ বাহিৰেও আন পুথি আছে। সিবোৰৰ অধিকাংশই গল্প সংগ্ৰহ ঃ খ্যাতনামা ধৰ্মপ্ৰাণ ব্যক্তিসকলৰ জীৱন-কাহিনী আৰু বিভিন্ন লোকক জৈন ধৰ্মত দীক্ষিত কৰাৰ উপাখ্যান। আধুনিক পণ্ডিতসকলে কিছু পৰিমাণে শ্বেতাম্বৰী সাহিত্যৰ অনুসন্ধান কৰিছে আৰু ইয়াৰ ভালেমান বিষয়বস্তু এতিয়াও ভাষাতত্ত্ব আৰু ঐতিহাসিক বিজ্ঞানসম্মত আলোচনাৰ প্ৰতীক্ষাত আছে। জৈন শৌৰসেনীত দিগম্বৰপন্থীৰ পৰিচিত ৰচনা আৰু কম।[৫] কুন্দকুন্দাচাৰ্যৰ **পৱয়ণসাৰ** (প্ৰৱচনসাৰ) আৰু কাৰ্তিকেয় স্বামিনৰ **কত্তিগেয়াণুপেক্খা** (কাৰ্তিকেয়াণুপ্ৰেক্ষা) ৰপৰা কিছু কিছু অংশ ভাণ্ডাৰকাৰে প্ৰকাশ কৰিছে। এই দুয়োখন পুথিয়েই পদ্যত ৰচিত।

জৈন সাহিত্য পালি বৌদ্ধ সাহিত্যৰ দৰে তিমান প্ৰসিদ্ধও নহয় বা ইয়াৰ চৰ্চাও তিমান ব্যাপকভাৱে হোৱা নাই। ইয়াৰ অধিকাংশই এতিয়াও হাতেলিখা পাণ্ডুলিপি ৰূপেই আছে অথবা ভালদৰে সম্পাদিত নোহোৱাকৈয়ে আছে। তদুপৰি ইয়াৰ বেছিখিনিয়েই টীকাহীন বুলি (নাইবা টীকাৰ সহায়তো) বুজা কষ্টকৰ।

জৈন ধৰ্মগ্ৰন্থৰ বাহিৰেও কোনো কোনো শিলালিপিত আৰু অশ্বঘোষ আৰু তেওঁৰ সমসাময়িক লিখকসকলৰ নাটকত ব্যৱহৃত ভাষাৰপৰা অৰ্ধমাগধীৰ সাহিত্যিক বিকাশ সম্পৰ্কে অনুমান কৰিব পাৰি। কক্কুক শিলালিপিত জৈন মাহাৰাষ্ট্ৰীৰ প্ৰয়োগ পৰিলক্ষিত হয়। অতীজৰেপৰা কাব্য প্ৰণয়নত মুখ্যতম প্ৰাকৃত হিচাপে মাহাৰাষ্ট্ৰীৰেই প্ৰচলন আছিল বেছি পৰিমাণে। ইয়েই আছিল প্ৰাকৃত মহাকাব্য আৰু গীতি কাব্যৰ ভাষা। প্ৰাকৃত ব্যাকৰণকাৰসকলে এই প্ৰাকৃতকে ভিত্তি কৰি তেওঁলোকৰ ব্যাকৰণ প্ৰণয়ন কৰিছিল।

মহাকাব্যৰ ভিতৰত আটাইতকৈ বিখ্যাত হ'ল **সেতুবন্ধ** ; ইয়াৰ ৰচনাৰীতি বা কলাকৌশল ইমান চমৎকাৰ যে বহু সময়ত ইয়াক কালিদাসৰ নামৰ লগত সাঙুৰি দিয়া হয়। এই কাব্যৰ প্ৰকৃত নাম **ৰাৱণবহো** বা **দহমুহবহো**। ইয়াত ৰামৰ কাহিনী আছে ; কিন্তু কাশ্মীৰৰ ৰজা প্ৰৱৰসেনৰ দ্বাৰা শ্ৰীনগৰত নাৱেৰে সেতু নিৰ্মাণ কৰা কথাকেই ইয়াৰ জৰিয়তে স্মৰণীয়কৈ ৰখা বুলি অনুমান কৰা হয়।

**গউড়বহো** পুথিত খৃষ্টাব্দ ৭ম শতিকাৰ শেষ ভাগত কনৌজৰ যশোবৰ্মনৰ দ্বাৰা বংগবিজয়ৰ কাহিনী উদ্‌যাপিত হৈছে। পুথি প্ৰণেতাৰ নাম বপ্পইৰাঅ (=বাক্‌পতিৰাজ) ; এয়া লিখকৰ ছদ্মনাম বুলিহে কোৱা হয়। এইজন পুথিকাৰৰে আন মহাকাব্যৰ নাম **মহুমহৱিঅঅ** ; ইয়াৰ কেৱল এটা বা দুটা শ্লোকহে সংৰক্ষিত হৈছে।

---

৫ Woolner-অৰ এই মন্তব্য বৰ্তমান গ্ৰহণযোগ্য বুলিব নোৱাৰি ; কিয়নো যোৱা পঞ্চাশ বছৰ মানৰ ভিতৰত এইবিধ প্ৰাকৃতৰ প্ৰয়োজনীয় ৰচনাসমূহ সম্পাদিত আৰু অনূদিত হৈছে।

ৰাবণবহো আৰু গউড়বহো, দুয়োখন কাব্য গ্ৰন্থই সংস্কৃত ৰীতিৰ দ্বাৰা যথেষ্ট পৰিমাণে প্ৰভাৱান্বিত। সেয়ে ইয়াত দীঘলীয়া সমাসবদ্ধ পদৰ প্ৰয়োগ হৈছে।

হেমচন্দ্ৰৰ দ্ব্যাশ্ৰয় মহাকাব্যৰ শেষৰ আঠটা পৰ্বই কুমাৰপালচৰিত নাম লৈ এখনি ক্ষুদ্ৰ আকাৰৰ প্ৰাকৃত মহাকাব্যত পৰিগণিত হৈছে। ইয়াত গুজৰাটৰ অণহিলবাড়ৰ কুমাৰপালৰ কৰ্মপন্থাৰ বৰ্ণনা আছে। সমগ্ৰ ৰচনাত থকাৰ দৰে ইয়াতো লিখকৰ দ্বাৰা ৰচিত সিদ্ধ হেমচন্দ্ৰ নামে খ্যাত সংস্কৃত আৰু প্ৰাকৃত ব্যাকৰণৰ সূত্ৰসমূহৰ উদাহৰণ দেখুৱা হৈছে।

মাহাৰাষ্ট্ৰী প্ৰাকৃতৰ অধ্যয়নৰ কাৰণে মুখ্যতম পুথিখনেই হালৰ সত্তসঈ (= সপ্তশতকম্)। এইখন ভালেমান কবিৰ বিভিন্ন কবিতা সংগ্ৰহৰ এখনি সংকলন। ইয়াৰ এটা টীকাত ১১২ জন কবিৰ নাম পোৱা যায় ; ভুবনপাল নামৰ জনৈক টীকাকাৰে ৩৮৪ জন কবিৰ নামৰ উল্লেখ কৰিছে। শ্লোকসমূহৰ শ্ৰেণীবিভাগতো বিভিন্ন সংস্কৰণৰ মাজত পাৰ্থক্য দেখা যায় আৰু নিচেই কমসংখ্যক শ্লোক ৰচয়িতাৰ নামহে পোৱা যায়। এই সংকলনটিৰপৰা সুন্দৰভাৱে প্ৰমাণিত হয় যে মাহাৰাষ্ট্ৰীত বহুসংখ্যক কাব্য ৰচিত হৈছিল ; কিন্তু অতি কমসংখ্যক কাব্যহে সংৰক্ষিত হৈছে। হাল আৰু সাতবাহণ (বেলেগ বেলেগ বানান— শিলবাহণ ইত্যাদি) একেজন কবি বুলি পৰিচিত। অৱশ্যে আন সূত্ৰেও আৰু কেইটামান নাম পোৱা যায়। ৰাজশেখৰৰ কৰ্পূৰ মঞ্জৰীৰ ১ম অংকৰ ২, ১৯ পৃষ্ঠাত হৰিউড়্ঢ, ণন্দিউড়্ঢ আৰু পোট্টিস— এই তিনিটা নামৰ উল্লেখ আছে। বিদূষকে ক'লে ; "তা উজ্জুঅম্ জ্জেব কিম্ ণ ভণীঅদি : অম্হাণম্ চেডিআ হৰিউডড্ঢ-ণন্দিউড্ঢ-পোট্টিস-হালপ্পহুদীণম্ পি পুৰদো সুকঈ ত্তি" (অৰ্থাৎ— তেনেহ লৈ তুমি পোনপটীয়াভাৱে নোকোৱা কিয় : আমাৰ দেশত হৰিবৃদ্ধ, নন্দিবৃদ্ধ, পোট্টিসকে আদি কৰি আৰু ভালেমান প্ৰথম শ্ৰেণীৰ কবি আছে'— 'সুকঈ=সুকবি' : Lanman-অৰ অনুবাদ)।

এই সংগ্ৰহৰ কাল আজিও সঠিক নিৰ্ণয় হোৱা নাই। ৱেবাৰৰ মতে ইয়াৰ ৰচনা কাল অতি প্ৰাচীন হ'লেও খৃঃ ৩য় শতিকাৰ আগৰ নহয় ; কিন্তু ৭ম শতিকাৰ পৰৱৰ্তীও নহয়। মেকডোনেলৰ মতে কবি হাল সম্ভৱতঃ খৃঃ ১০০০-অৰ আগৰ কালত জীৱিত আছিল। অন্ধ্ৰ ৰাজবংশৰ (৬৪ খৃষ্টাব্দ) সপ্তদশ ৰজাৰ লগত হাল আৰু সাতবাহনক একেজন বুলি কোৱা কাৰণে এই বিষয়ে বাৰুকৈয়ে সন্দেহ ওপজে।[৬] আনহাতে য়েকোবীয়ে তেওঁক জৈনসকলৰ ধৰ্মপঞ্জিকা পৰিবৰ্তন কৰিবলৈ ৪৬৭ খৃষ্টাব্দত নানাভাৱে অহোপুৰুষাৰ্থ কৰা প্ৰতিষ্ঠানৰ ৰজা সাতবাহনৰ লগত একেজন বুলি মন্তব্য কৰি গৈছে।

৬ দ্ৰষ্টব্য— V. Smith -অৰ Early History of India -ৰ ২য় সংস্কৰণৰ ১৯৬ পৃষ্ঠা।

এই বিষয়ত কোনো সন্দেহ নাই যে ৰাজশেখৰৰ সময়ত প্ৰখ্যাত কবিসকলৰ কবিতাৰ দ্বাৰা এই কাব্য সংগ্ৰহ সংকলিত হৈছিল, আৰু সি কোনোপধ্যে খৃষ্টীয় ১ম শতিকাৰ হ'বই নোৱাৰে। কিয়নো সেই সময়তেই পালি ভৱৰ প্ৰাচীন প্ৰাকৃতৰ নিদৰ্শন পোৱাৰ আশা কৰা যায়। সত্তসঈৰ অৱতৰণিকাৰ শ্লোকৰপৰা স্পষ্ট ধাৰণা ওপজে যে দক্ষিণ দেশৰ এই প্ৰেমগীতিসমূহ আগৰ কালৰ দৰে মানুহৰ মুখে মুখে শুনা নগৈছিল।

শ্বেতাম্বৰী জৈন পন্থৰ জয়বল্লভৰ জয়বল্লহং বা বজ্জালগ্‌গ একে বিষয়বস্তুৰ দ্বাৰা ৰচিত আন এখনি কাব্য সংকলন।

**নাটকীয় প্ৰাকৃত :** সংস্কৃত নাটকত ব্যৱহৃত তিনি প্ৰকাৰ প্ৰাকৃতৰ (মা. শৌ. মাগ.) লগত সংস্কৃত সাহিত্যৰ প্ৰতিজন ছাত্ৰৰেই সুন্দৰ পৰিচয় আছে। বিভিন্ন চৰিত্ৰ-মুখৰ প্ৰাকৃত সম্পৰ্কে বিশেষজ্ঞসকলৰ মাজতো মতভেদ দেখা যায়। প্ৰাকৃত উপভাষাবিলাকৰ বৈচিত্ৰ্যৰ ক্ষেত্ৰত **মৃচ্ছকটিক** এখনি উল্লেখযোগ্য নাটক।

নায়ক আৰু বিদূষক ভিন্ন আন সমপৰ্যায়ৰ পুৰুষ চৰিত্ৰই সংস্কৃতত কথা কয় আৰু গানো গায়। নাৰী চৰিত্ৰই সংস্কৃতত কথা কোৱাটো নিয়মৰ ব্যতিক্ৰম ; কিন্তু **মালতী-মাধৱত** বৌদ্ধ ভিক্ষুনীয়ে সংস্কৃতত কথা পাতিছে। নায়কে প্ৰাকৃতত বাক্যালাপ কৰা প্ৰাকৃত নাটকো বিৰল— **কৰ্পূৰ মঞ্জৰীয়েই** ইয়াৰ একমাত্ৰ সাক্ষী।

সংস্কৃত ব্যৱহাৰ নকৰাকৈ উপযুক্ত ব্যাখ্যাৰ অৱতাৰণা কৰাটো নাটক ৰচয়িতাই প্ৰয়োজন বুলি নাভাবে। সেয়ে প্ৰস্তাৱনাত সূত্ৰধাৰে কয়,— "তেনেহ'লে কবিয়ে সংস্কৃত এৰি প্ৰাকৃতত ৰচনা কৰিলে কিয়?" তেওঁৰ সহায়কাৰীয়ে মাহাৰাষ্ট্ৰীত উত্তৰ দিছে,— "পৰুসা সক্কঅবন্ধা পাউঅবন্ধো বি হোই সুউমাৰো। পুৰিস-মহিলাণম্ জেত্তিঅমিহন্তৰম্ তেত্তি অমিমাণম্।" অৰ্থাৎ 'সংস্কৃত কবিতা শ্ৰুতিকটু, কিন্তু প্ৰাকৃত কবিতা অতি শ্ৰুতিমধুৰ। এই বিষয়ত পুৰুষ-স্ত্ৰীৰ মাজত যিমান পাৰ্থক্য ইহঁতৰ মাজতো তিমানখিনি পাৰ্থক্য দেখা যায়।'

শৌৰসেনী হ'ল নাৰী আৰু বিদূষকৰ সাধাৰণ গদ্যৰ ভাষা। মাহাৰাষ্ট্ৰী সেইবিলাক চৰিত্ৰৰেই পদ্যৰ ভাষা। মাগধীত বাক্যালাপ কৰে নিম্নশ্ৰেণীৰ চৰিত্ৰ, বাওনা, বিদেশী আদিয়ে। যেনে— শকুন্তলা নাটকৰ পুলিচ দুজন আৰু বিদেশীৰ কথা-বাৰ্তা। জৈন সাধু আৰু *নিচেই কম বয়সীয়া ল'ৰাবোৰেও মাগধীতে কথা পাতে।*[৭] চৰিত্ৰৰ মুখৰ ভাষা সম্পৰ্কে অলংকাৰ পুথিৰ নিৰ্দেশ আৰু টীকাকাৰসকলৰ মন্তব্যৰ লগত প্ৰাচীন পুথি

৭ কেনেকুৱা চৰিত্ৰৰ সংলাপত মাগধী প্ৰাকৃত ব্যৱহৃত হৈছিল সেই বিষয়ে বিশেষভাৱে জানিবলৈ হ'লে ছাত্ৰসকলে Pischel-ৰ Grammatik der Prakrit Sprachen-ৰ §২৩ পঢ়ি চোৱা উচিত। (সম্প্ৰতি এই পুথিৰ ইংৰাজী সংস্কৰণ ওলাইছে)।

আৰু ছপা পুথিৰ বিৰোধ দেখা যায়। প্ৰাচীন পুথিত উপভাষাসমূহৰ এনেকুৱা বেমেজালি দেখা যায় যে মাগধীকো প্ৰায় শৌৰসেনী যেন লাগে। ভাৰতীয় নাটকত থকা এনেকুৱা ধৰণৰ বিভিন্ন ভাষাৰ মিশ্ৰণ সম্পৰ্কে প্ৰচুৰ যুক্তিতৰ্ক আছে আৰু নানা প্ৰকাৰ ব্যাখ্যাৰো অৱতাৰণা কৰা হৈছে।

এই ভাৰতীয় ৰীতিৰ অবিকল অনুৰূপ আন ক'তো নাই। হাস্যৰসাত্মক নাটকত বিদেশী ভাষাৰ আলম লৈ হাঁহি-ধেমালি কৰা হয়। এৰিষ্টোফেনিসৰ নাটকত থেসীয় বৰ্বৰ চৰিত্ৰ ট্ৰিবাল্লোসে গ্ৰীক ভাষাৰ লগত অস্পষ্ট সাদৃশ্যপূৰ্ণ এটি ভঙা ভঙা ভাষাত কথা কৈছে। লেটিন কৌতুক নাটকত ফিনিচীয় ভাষাৰ বিদ্ৰূপাত্মকভাৱে অনুকৰণ কৰা হৈছে; অৱশ্যে তাৰ পাঠ বহু দোষযুক্ত বুলিয়েই সেই বিষয়ে আলোচনা কৰা নাযায়। শ্বেক্সপীয়েৰৰ ৱেলচ্‌বাসী আৰু ফৰাচীসকল সুপৰিচিত। প্ৰহসনত শিক্ষিত সমাজৰ পৰিমাৰ্জিত ভাষাই সদায়ে ঠাই পাই আহিছে। শ্বেক্সপীয়েৰৰ দিনৰেপৰা উচ্চ পৰ্যায়ৰ নাটকতো কম-বেছি পৰিমাণে জনসাধাৰণৰ উপভাষাবোৰে নাটকত আত্মপ্ৰকাশ কৰি আহিছে। তদুপৰি গ্ৰীক ট্ৰেজেদিত আমি প্ৰায়ে দেখোঁ যে নাটকত ব্যৱহৃত ভাষা আৰু সেই নাটকৰ 'কোৰাচ'ৰ ভাষা একে নহয়। এপিক নাটকত থকা ডোৰিক কোৰাচ অন্যান্য গীতি কবিতাৰ দৰে এবিধ কৃত্ৰিম ভাষা। ই আচলতে ডোৰিক উপভাষা মিশ্ৰিত এবিধ লিখিত কাব্যিক ভাষা।[৮] আচলতে ভাৰতত এনেকুৱা ধৰণৰ ভাষাকেই লিখিত প্ৰাকৃত আখ্যা দিয়া হয়।

এইবিলাক আংশিক সমতাৰ লগত ভাৰতীয় ৰীতিৰ পাৰ্থক্য পৰিলক্ষিত হয়। প্ৰথমতে, আমি চাৰিটা আৰু নিয়মিতভাৱে তিনিটা ভাষা একে পৰিয়ালতে বিভিন্ন ব্যক্তিৰ মাজত ব্যৱহাৰ হোৱা দেখোঁ। দ্বিতীয়তে, ইহঁতৰ ভিতৰত আন এটা হ'ল শিক্ষিত ভাষা ('অপ্ৰচলিত') —ই ভাষাৰ ক্ৰমবিৱৰ্তনৰ পূৰ্বস্তৰৰ অন্তৰ্ভুক্ত। তৃতীয়তে, একে নাটকতে বহু দূৰ দূৰ অঞ্চলৰ প্ৰধান উপভাষা এনেকুৱা যুক্তিপূৰ্ণ কাৰণ নাথাকিলেও কোনো চৰিত্ৰৰ মুখত আৰোপিত হৈছিল আৰু কালক্ৰমে এই অভ্যাসেই ৰীতিবদ্ধ হৈ পৰিল।

নাটকীয় প্ৰাকৃতৰ এই নিয়ম-ৰীতিবদ্ধতাত আচৰিত হ'বলগীয়া একো নাই। কাব্যালংকাৰৰ প্ৰচুৰ সংখ্যক নিয়মৰ দ্বাৰা ভিন্ন প্ৰকৃতিৰ নায়কৰ গুণ-পৰিমাণৰপৰা আৰম্ভ কৰি দোষ-কলংকলৈকে নাটক সম্পৰ্কীয় সকলো কথাই শ্ৰেণীবদ্ধ আৰু লিপিবদ্ধ হৈছে। এনেকুৱা সূক্ষ্ম নিয়ম প্ৰণয়ন কৰাটো সকলো যুগৰ ব্ৰাহ্মণৰ কাৰণে এটা বিশেষ গুণ বুলিব পাৰি।

৮ দ্ৰষ্টব্য— Prof Giles-ৰ দ্বাৰা প্ৰণীত Manual of Comparative Philology, §614-6

এই সংস্কৃত-প্ৰাকৃত নাটকৰ ব্যাখ্যা দুই বা তিনি প্ৰকাৰে হ'ব পাৰে। এইবিধ বাস্তৱধৰ্মী ঃ অৰ্থাৎ নাটকৰ কথোপকথনৰাজিয়ে গুপ্ত যুগৰ ভাৰতীয় জীৱন নিৰ্বাহৰ আচল অৱস্থাৰ এটা সুন্দৰ পৰিচয় দাঙি ধৰিছে। গ্ৰীয়াৰ্ছনে লিখিছে,— "ভাৰতত এনেকুৱা ধৰণৰ ভালেমান ভাষাৰ খিচুৰি হোৱাটো একো আচৰিত কথা নহয়। বৰ্তমান বংগদেশৰ এটা বিৰাট ঘৰৰ লগত সমতা আছে। সমগ্ৰ ভাৰতৰ প্ৰতি অঞ্চলৰ লোকেই ইয়াত বসবাস কৰিছেহি আৰু প্ৰত্যেকেই নিজৰ ভাষাত কথা কৈছে, আৰু পৰস্পৰে পৰস্পৰৰ ভাষা বুজিও পায়; কিন্তু কোনোৱেই নিজৰ মাতৃভাষাত বাহিৰে আন ভাষাত কথা ক'বলৈ চেষ্টাও কৰা নাই।"[৯] বীম্‌চেও এনেকুৱা ধৰণৰ আন এটা ব্যাখ্যা দি গৈছে।[১০] এইটো স্বীকাৰ কৰিবই লাগিব যে উপভাষাবোৰ নিয়মতন্ত্ৰৰ বিধিবদ্ধ কৃত্ৰিম ভাষা, লৌকিক বা কথিত ভাষাৰ অবিকল ৰূপ নহয়। তদুপৰি কোনো এটা বিশেষ চৰিত্ৰৰ মুখত কোনো বিশেষ ভাষা হয়তো কিছু পৰিমাণে সেই সময়ৰ প্ৰকৃত অৱস্থানুসৰি আৰোপিত হৈছে। আকৌ, যদি ধৰি লোৱা হয় যে শিক্ষিত পুৰুষে সংস্কৃত ক'ব পাৰে আৰু তিৰোতাবোৰে সাধাৰণতে নোৱাৰে তেতিয়া হ'লেও এইদৰে ভৱা উচিত নহয় যে পুৰুষবিলাক সংস্কৃতৰ বাহিৰে আন ভাষাত কথা পাতিবলৈ অক্ষম আছিল। তেওঁলোকে নিজৰ নিজৰ তিৰোতাবোৰৰ লগতেই নহয়, ভৃত্য-অনুচৰ আদিৰ লগতো সেই ভাষাতে কথা পাতিছিল।

সুশিক্ষিত পুৰুষে সংস্কৃতত অনায়াসে বাক্যালাপ কৰিব পাৰিছিল। সেয়ে নায়কে সংস্কৃতত কথা কয় আৰু ৰংগমঞ্চৰ সুনিৰ্দিষ্ট নীতি অনুসৰি সদায়ে বাক্যালাপ কৰে— যিদৰে ৰংগমঞ্চৰ ৰজাই সদায়ে ৰাজমুকুট পৰিধান কৰে; কিন্তু আচল ৰজাই বিশেষ অনুষ্ঠান আদিৰ সময়তহে পিন্ধে।

এই ব্যাখ্যাৰপৰা ইয়াকে বুজা যায় যে শৌৰসেনীৰ দেশতেই সংস্কৃত নাটকৰ ৰূপে স্থিতি লাভ কৰিছিল। কাব্যত মাহাৰাষ্ট্ৰীৰ প্ৰয়োগ সম্পৰ্কে আন যুক্তিধাৰা অৱলম্বন কৰিবই লাগিব। এইটো যে একপ্ৰকাৰ সাহিত্যিক প্ৰথা সেই কথা স্পষ্টভাৱে ওলাই পৰে। দক্ষিণ দেশত এবিধ গীতি কবিতাৰ উদ্ভৱ হৈছিল আৰু সেই বিশাল সাম্ৰাজ্যৰ সীমা অতিক্ৰম কৰিও বহু দূৰলৈকে প্ৰসিদ্ধি লাভ কৰিছিল। পাৰস্য দেশীয় গাথাবিলাক যিদৰে আজিও গোৱা হয় সেইদৰে মাহাৰাষ্ট্ৰী শ্লোকবিলাকো নিঃসন্দেহে ভাৰতৰ সকলো ঠাইতে গোৱা হৈছিল। প্ৰাকৃত সংগীতৰ কাৰণে ইয়েই একমাত্ৰ মৰ্যাদাপূৰ্ণ ভাষাৰূপে পৰিগণিত হোৱাটো স্বাভাৱিক হৈ পৰিছিল।

---

৯ দ্ৰষ্টব্য— Encyclopaedia Britannica, ১১ সংস্কৰণ, Vol. 22, পৃ. ২৫৪।

১০ দ্ৰষ্টব্য— *Comparative Grammar of Modern Indian Languages. Vol. 1*, পৃ. ৭।

এই যুক্তিধাৰাৰ সহায়ত অন্যান্য উপভাষাবোৰৰ কাৰণ নিৰ্দেশ কৰা অতি দুৰূহ কথা।[১১] ভাৰতীয় নাটকৰ ইতিহাস আৰু ক্ৰমবিকাশৰ লগত এই সমস্যাৰ সমাধান বিশেষভাবে জড়িত। এই সম্পৰ্কে আমাৰ প্ৰত্যক্ষ জ্ঞান নিচেই কম। কোনো কোনো নাটকত, মৃচ্ছকটিকৰ নিচিনা প্ৰাকৃত ভাষাৰ বৈচিত্ৰ্য প্ৰাচীন নে অৰ্বাচীন যুগৰ পৰিচায়ক এই বিষয়ে মতবিৰোধ আছে। আকৌ, কিছুমানে ভাবে যে মূল প্ৰাকৃত নাটকত পৰৱৰ্তী কালত সংস্কৃতৰ সমাবেশ কৰা হৈছে।

কেৱল নাটকতে নহয়, মহাকাব্য আৰু পুৰাণো মূলতে প্ৰাকৃত ভাষাত ৰচিত হৈছিল বুলি এটা মতবাদৰ প্ৰচলনো আছে।[১২] সাহিত্যিক কিংবদন্তিৰ দ্বাৰা প্ৰমাণিত হয় যে **বৃহৎকথা** পৈশাচী প্ৰাকৃতত ৰচিত কাব্য। মহাভাৰত আৰু পুৰাণ পুথিও যে প্ৰাকৃতত ৰচিত হৈছিল সেই কথাৰ প্ৰমাণ স্বৰূপে ব্যাকৰণ আৰু ছন্দৰ কিছুমান সৰু সৰু কথাৰ বিষয়ে উল্লেখ কৰা হয়— এই সৰু সৰু কথাবোৰ প্ৰাকৃতৰপৰা সংস্কৃতলৈ অনূদিত বোলাৰ যুক্তি আছে। ইয়াত এই প্ৰশ্নৰ আলোচনা সম্ভৱ নহয়। এটা কথা মনত ৰখা উচিত যে যিবিলাক কাব্য বা পদ্য সাহিত্য লৌকিক (সিবোৰ যিমানেই অনিৰ্দিষ্ট আৰু পৰিবৰ্তনশীল ৰূপৰ নহওক) মূলতে জনসাধাৰণৰ ভাষাৰ আশ্ৰয়ত চলি থকাৰ বহুকাল পিছত সংস্কৃত ভাষাত বিশেষ ৰূপ লাভ কৰিছে। কবিতাবোৰ বহু পৰিমাণে পুৰণি হ'লে ধৰি ল'ব লাগিব যে ইয়াৰ আদি ৰচনা মধ্যযুগৰ প্ৰাকৃতত হোৱা নাছিল, প্ৰাথমিক প্ৰাকৃততহে হৈছিল। প্ৰাথমিক প্ৰাকৃত পাণিনিৰ সংস্কৃতৰ লগত পাৰ্থক্যহীন নহ'ব ; কিন্তু সিহঁতৰ মাজত গোষ্ঠীগত বিশেষ সাদৃশ্য পোৱা যাব। পিছৰ কালত এই সাহিত্যক উন্নত সংস্কৃতলৈ অনুবাদ কৰাৰ প্ৰচেষ্টা সমগ্ৰ ৰচনাৰ বিভিন্ন অংশত সমানভাবে পৰিলক্ষিত নহয় কাৰণে কাব্যৰ ভাষাত এনেকুৱা এটা অৱস্থাৰ সৃষ্টি হ'ল যিটো মহাকাব্যৰ ভাষাত সুস্পষ্ট। এনেভাবে প্ৰাথমিক প্ৰাকৃতৰ সংস্কৃতলৈ ৰূপান্তৰ, আৰু প্ৰাথমিক প্ৰাকৃতৰ অনুবাদ— এই দুটা তাৎপৰ্যৰ মাজত যথেষ্ট পাৰ্থক্য আছে।

প্ৰাকৃত ব্যাকৰণসমূহৰ দ্বাৰা প্ৰাকৃত ব্যাকৰণ সাহিত্যৰ এটা বিশেষ অংশ ৰূপায়িত হৈছে। সৰ্বপ্ৰাচীন গ্ৰন্থখনেই ভাৰতীয় নাট্য-শাস্ত্ৰ। ইয়াৰ ১৭শ অধ্যায়ৰ ৬ ৰ পৰা ২৩ শ্লোকত প্ৰাকৃত ব্যাকৰণ সম্পৰ্কীয় এটা মাত্ৰ চুটি বৰ্ণনা আছে। ৩২শ অধ্যায়ত সন্নিৱিষ্ট হৈছে প্ৰাকৃত উদাহৰণসমূহ। দুৰ্ভাগ্যবশতঃ এই গ্ৰন্থৰ পাঠ অতি বেছি পৰিমাণে ভ্ৰমসংকুল হোৱা কাৰণে ইয়াক তেনেই সামান্য পৰিমাণেহে কামত প্ৰয়োগ কৰিব পাৰি।

প্ৰাকৃত লক্ষণ নামৰ ব্যাকৰণ পাণিনিৰ ৰচনা বুলি ধৰি লোৱাৰ কোনো যুক্তি

১১ দ্ৰষ্টব্য— Sylvain Levi-ৰ দ্বাৰা প্ৰণীত Le Theatre Indian (1890), পৃ. ৩০১।

১২ দ্ৰষ্টব্য— Grierson-ৰ Prakrit প্ৰবন্ধ, Encyclopaedia Britannica পৃ. ২৫৩।

নাই। বৰৰুচি কাত্যায়ণ প্ৰণীত **প্ৰাকৃত প্ৰকাশ** খনেই প্ৰাচীনতম প্ৰাকৃত ব্যাকৰণ। এওঁক পাণিনিৰ বাৰ্তিক ৰচয়িতা বুলিও ধৰা হয়।[১৩] ভামহৰ **মনোৰমা** প্ৰাকৃত প্ৰকাশৰ সৰ্বপ্ৰাচীন টীকা। ভামহৰ টীকাযুক্ত এই গ্ৰন্থখনকেই কাৱেলে সম্পাদনা আৰু অনুবাদ কৰিছে। পৈশাচী প্ৰাকৃত সম্বন্ধে লিখা দশম অধ্যায়ত ভামহে যি দুটা উদ্ধৃতিৰ সমাবেশ কৰিছে সম্ভৱতঃ এই দুয়োটাই বিলুপ্ত বৃহৎকথাৰপৰা আহৰণ কৰা।[১৪]

চণ্ডই তেওঁৰ **প্ৰাকৃত লক্ষণত** এই প্ৰসংগতে মাহাৰাষ্ট্ৰী আৰু প্ৰাকৃতৰ (অমাগ., জৈমা., জৈশৌ.) বিষয়ে আলোচনা কৰিছে। ইয়াৰ বিষয়ক্ৰমৰপৰা তুলনামূলক বিচাৰত ই যে কিছু পুৰণি সেই কথা অনুমান কৰা যায়।

**গুজৰাটৰ** হেমচন্দ্ৰৰ (১০৮৮—১১৭২) **প্ৰাকৃত ব্যাকৰণ** খনেই সৰ্বপ্ৰধান[১৫]। ইয়েই সিদ্ধ হেমচন্দ্ৰৰ অষ্টম অধ্যায়। তাৰ প্ৰথম সাতটা সংস্কৃত ব্যাকৰণৰ আলোচনা সন্নিবিষ্ট হৈছে। এইগৰাকী পুথিকাৰেই **দেশীনামমালা** সংকলন কৰিছে।[১৬]

**অন্যান্য প্ৰাকৃত ব্যাকৰণ ঃ** ক্ৰমদীশ্বৰৰ **সংক্ষিপ্তসাৰৰ** শেষ অধ্যায়। ইয়ো বৰৰুচিৰ অনুকৰণত ৰচিত আৰু ইয়াৰ গুৰুত্বও তেনেই কম। ত্ৰিবিক্ৰমদেৱৰ **প্ৰাকৃত ব্যাকৰণ** (প্ৰায় ১৩শ শতিকা) হেমচন্দ্ৰৰ অনুকৰণত প্ৰণীত।

মাৰ্কণ্ডেয় কবীন্দ্ৰৰ **প্ৰাকৃতসৰ্বস্ব**। এওঁ মুকুন্দদেৱৰ ৰাজত্ব কালত উৰিষ্যাৰ অধিবাসী আছিল ; (সম্ভৱতঃ ১৭শ শতিকা)।

ৰামতৰ্কবাগীশৰ **প্ৰাকৃত কল্পতৰু** আৰু অন্যান্য সৰু সৰু বহুসংখ্যক ব্যাকৰণ আছে।

জৈন গ্ৰন্থসমূহ, অলংকাৰ শাস্ত্ৰৰ গ্ৰন্থ আৰু পৰৱৰ্তী কালৰ (শুক সপ্ততি আৰু বেতাল পঞ্চবিংশতিৰ নিচিনা) গল্প সংগ্ৰহত অপভ্ৰংশত ৰচিত ভালেমান বিচ্ছিন্ন শ্লোক সংকলিত হৈছে। বিশেষ উল্লেখযোগ্য হ'ল কোনো কোনো পুৰাণ পুথিত সন্নিবিষ্ট বিক্ৰমোৰ্বশী নাটকৰ চতুৰ্থ অংকৰ ৰজা পুৰুৰবাৰ আবৃত্তিৰ কাৰণে ৰচিত অপভ্ৰংশ শ্লোকৰাজি। অপভ্ৰংশ বা সৰ্বাধুনিক প্ৰাকৃতৰ আন এটা উৎস হ'ল ১৪শ শতিকা নাইবা তাৰো পিছৰ কালৰ ছন্দৰচিত **প্ৰাকৃতপৈঙ্গলম্** পুথি। ইয়াৰ ভাষা পৰৱৰ্তী কালতকৈয়ো ইমান পিছৰ যে য়েকোবীয়ে এই ভাষাক অপভ্ৰংশ বোলাৰ যুক্তিযুক্ততাৰ বিষয়ে সন্দেহ প্ৰকাশ কৰে।

---

১৩. দ্ৰষ্টব্য— Pischel-অৰ Grammatik der Prakrit Sprachen, § ৩২।

১৪. চতুৰ্থ সূত্ৰ ঃ— ইবস্য পিবঃ ।। কমলং পিব মুখম্। চতুৰ্দশ সূত্ৰ ঃ— হৃদয়স্য হিতঅকং।। হিতঅকং হৰিসি মে তুলনি।

১৫. সম্প্ৰতি ড° পি. এল. বৈদ্যৰদ্বাৰা প্ৰাকৃত শব্দসূচী আৰু টীকা সহ ব্যাকৰণৰ সৰ্বাধুনিক সংস্কৰণ ছপা হৈ ওলাইছে। ছাত্ৰসকলে চোৱা উচিত।

১৬. ছাত্ৰসকলে Pischel-অৰ দ্বাৰা সম্পাদিত এই দেশীনামমালা চোৱা উচিত।

দৰাচলতে ইয়াক আধুনিক কথিত ভাষাৰ ঠিক পূৰ্ব কালৰ বোলাৰহে যুক্তি আছে।

অধুনাপ্ৰাপ্ত শ্ৰেষ্ঠ অপভ্ৰংশ পুথিখনেই হ'ল ধণবাল ৰচিত **ভৱিসত্তকহা**। ইয়াত আছে সদাগৰৰ পুতেক ভবিষ্যদত্তৰ দুঃসাহসিক অভিযানসমূহৰ বৰ্ণনা, তেওঁৰ দেশ পৰিভ্ৰমণৰ কথা, আৰু কুৰুজাংগল আৰু পোতনৰ (য়েকোবীয়ে পোতনকে তক্ষশীলা বুলি অনুমান কৰে) যুদ্ধত যে তেওঁ যোগ দিছিল সেই কথাৰ বৰ্ণনা। তাৰ পিছত সংযোজিত হৈছে প্ৰধান প্ৰধান চৰিত্ৰসমূহৰ পূৰ্বজন্ম আৰু পৰজন্মৰ ইতিবৃত্ত।

## পাঠ-সংকলন

# ।। অশোকৰ ধৰ্মানুশাসন।।

## (ASOKAN EDICTS)

[মহাৰাজ অশোকে পৰ্বত-গুহা-স্তম্ভ আদিৰ গাত বৌদ্ধ ধৰ্মৰ গুণ-গৰিমা প্ৰকাশক কিছুমান ঘটনাৰ কথা উল্লেখ কৰি এই ধৰ্মৰ মূলনীতি প্ৰচাৰ কৰিবলৈ চেষ্টা কৰিছিল। সেইবোৰৰ ভাষা মূলতে 'পালি' আছিল যদিও তাত প্ৰাকৃত, দেশী, বৈদিক আৰু সংস্কৃত ভাষাৰ উপাদানো বহুখিনি সোমাই পৰিছিল। তাক সাধাৰণ লোকৰ সহজবোধ্য কৰিবলৈ গৈ যিটো অঞ্চলত লিখা হৈছিল সেই অঞ্চলৰ ভাষা প্ৰয়োগ কৰা বাবে অঞ্চলভেদে একেখনি ধৰ্মানুশাসনৰ ভাষাত বহু তাৰতম্য ঘটিছিল। সেইবাবেই ইয়াক অশোকৰ ধৰ্মলিপিৰ ভাষা অৰ্থাৎ Asokan dialects বুলিও কোৱা হয়।

তেনে ধৰ্মলিপি ঘাইকৈ (ক) পশ্চিমা (western) অৰ্থাৎ (গিৰ্ণাৰ), (খ) উত্তৰ-পশ্চিমা (north western) অৰ্থাৎ শাহ্‌বাজগাড়ী আৰু মান্‌সেহ্‌ৰা, (গ) প্ৰাচ্য-মধ্য (east-central) অৰ্থাৎ কাল্‌সী আৰু (ঘ) প্ৰাচ্য (eastern) অৰ্থাৎ জউগড়— এই চাৰিটা অঞ্চলৰ ভাষাত অশোকৰ সাম্ৰাজ্যৰ ভিতৰত নানা ঠাইতে পোৱা গৈছে। একেখন ধৰ্মলিপিৰ ভাষাত উক্ত অঞ্চলকেইটাত শব্দ, বিভক্তি আদিৰ ক্ষেত্ৰত বহু ব্যতিক্ৰম চকুত পৰে। মূলতে শাহ্‌বাজগাঢ়ী আৰু মান্‌সেহ্‌ৰা অঞ্চলৰ অনুশাসন খৰোষ্ঠী আখৰত উৎকীৰ্ণ কৰা হৈছিল। আন সকলোবিলাক অনুশাসনৰ আখৰ কিন্তু 'প্ৰাচীন ব্ৰাহ্মী'।[১]

এইবিলাকৰ ৰচনাকাল আনুমানিক খ্ৰীঃ পূঃ ২৫৭-২৫৬। বিষয়বস্তু প্ৰাণীবধ নিষিদ্ধকৰণ, লগতে মদ-মাংসাদি ভোজন আৰু আনুষঙ্গিক ক্ৰীড়া সমৃদ্ধ মেলা-উৎসৱ নিষিদ্ধকৰণ।]

[১]

ইয়ং ধংমলিপী দেবানং প্ৰিয়েন প্ৰিয়দসিনা ৰাএঞা লেখাপিতা ইধ ন কিংচি জীবং আৰভিৎপা প্ৰজূহিতৰ্য্যং ন চ সমাজো কতৰ্য্যো। বহুকং হি দোসং সমাজম্ হি পসতি

১ এই বিষয়ে জানিবলৈ হ'লে শিক্ষাৰ্থীসকলে লিখকৰ 'প্ৰাকৃত পাঠ মঞ্জুষা' গ্ৰন্থৰ 'অশোকৰ অনুশাসন' আৰু 'শব্দ-টীকা'ৰ প্ৰকৰণ পঢ়ি চোৱা উচিত।

দেৱানং প্রিয়ো প্রিয়দসি ৰাজা। অস্তি পি তু একচা সমাজা সাধুমতা দেৱানং প্রিয়স প্রিয়দসিনো ৰাঞো।

পুৰা মহানসম্‌হি দেৱানং প্রিয়স প্রিয়দসিনো ৰাঞো অনুদিবসং বহূনি প্রাণ-সতস্রানি আৰভিসু সূপাথায়। নে অজ্ঞ য়দা অয়ং ধংমলিপী লিখিতা তী এব প্রাণা আৰভৰে পি ত্রী পছা ন আৰভিসৰে।

[গির্ণাৰ পর্বতলেখ ১]

[২]

অয়ং ধ্রমদিপি দেৱন প্রিয়স ৰঞো লিখপিতু হিদ নো কিচি জিৱে অৰভিতু প্রয়ুহোতৱে নো পি চ সমজ কটৱ। বহুক হি দোষং সময়স্ পি দেৱন প্রিয়ো প্রিয়োদ্রশি ৰয় দখতি। অস্তি পি চ একতিএ সময়ে সসুমতে দেৱন প্রিয়স প্রিয়দ্রশিস ৰঞো।

পুৰ মহনসসি দেৱনং প্রিয়স প্রিয়দ্রশিস ৰঞো অনুদিবসো বহনি প্রণশতসহস্রনি অৰভিয়িসু সুপ্‌ঠয়ে। সো ইদনি য়দ অয় ধ্রমদিপি লিখিত তদ ত্রয়ো বো প্রণ হংঞংতি মজুৰ দুবি ২ স্রুগো ১। সো পি স্রুগো নো ধ্রুবং। এত পি প্রণ ত্রয়ো পচ ন অৰভিশংতি।

[শাহ্‌বাজগঢ়ী পর্বতলেখ ১]

[৩]

অয়ি ধ্রমদিপি দেৱনে প্রিয়েন প্রিয়দ্রশিন ৰজিন লিখপিত হিদ নো কিচি জিৱে অৰভিতু প্রয়হোতৱিয়ে নো পি চ সমজে কটৱিয়ে। বহুক হি দোস সমজস দেৱনং প্রিয়ে প্রিয়দ্রশি ৰজ দখতি। অস্তি পি চু একতিয় সমজ সধুমত দেৱন প্রিয়স প্রিয়দ্রশিস ৰজিনে।

পুৰো মহনসসি দেৱন প্রিয়স প্রিয়দ্রশিস ৰজিনে অনুদিৱসং বহুনি প্রণসতসহস্রণি অৰভিসু সুপথ্রয়ে। সে ইদনি অয়ি ধ্রমদিপি লিখিত তদ তিনি য়েৱ প্রণনি অৰভিয়ংতি দুৱে ২ মজুৰ এক ১ ম্রিগে। সে পি চু ম্রিগে নো ধ্রুৱং। এতনি পি চু তিনি প্রণনি পচ নো অৰভিশংতি।

[মান্‌সেহ্‌ৰা পর্বতলেখ ১]

[৪]

ইয়ং ধংমলিপি দেৱানং পিয়েনা পিয়দসিনা লেখিতা হিদা নো কিছি জিৱে আলভিতু পজোহিতৱিয়ে নো পি চা সমাজে কটৱিয়ে। বহুকা হি দোসা সমাজসা দেৱানং পিয়ে

পিয়দসি লাজা দখতি। অথি পি চা একতিয়া সমাজ সাধুমতা দেবানং পিয়সা পিয়দসিসা লাজিনে।

পুলে মহানসসি দেবানং পিয়সা পিয়দসিসা লাজিনে অনুদিবসং বহুনি পানসহসানি আলভিয়িসু সুপঠায়ে। সে ইদানি যদা ইয়ং ধংমলিপি লেখিতা তদা তিংনি য়েব পানানি আলভিয়ংতি দুবে মজুলা একে মিগে। সে পি চু মিগে নো ধুবে। এতানি পি চু তিনি পানানি নো আলভিয়সংতি।

[কাল্সী পর্বতলেখ ১]

[৫]

ইয়ং ধংমলিপী খেপিংগলবি পবতসি দেবানং পিয়েন পিয়দসিনা লাজিনা লিখাপিতা। হিদ নো কিছি জীবং আলভিতু পজোহিতবিয়ে নো পি চ সমাজে কটবিয়ে। বহুকম্ হি দোসং সমাজসি দখতি দেবনং পিয়ে পিয়দসী লাজা। অথি পি চু একতিয়া সমাজা সাধুমতা দেবানং পিয়স পিয়দসিনে লাজিনে।

পুলুবম্ মহানসসি দেবানং পিয়স পিয়দসিনে লাজিনে অনুদিবসং বহুনি পানসতসহসানি আলভিয়িসু সুপঠয়ে। সে অজা অদা ইয়ং ধংমলিপী লিখিতা তিংনি য়েব পানানি আলভিয়ংতি দুবে মজুলা একে মিগে সে পি চু মিগে নো ধুবং। এতানি পি চু তিংনি পানানি পছা নো আলভিয়সংতি।

[জউগড় পর্বতলেখ ১]

[৬]

সর্বত বিজিতম্হি দেবানং প্রিয়স পিয়দসিনো রাঞো এবমপি প্রচংতেষু য়থা চোডা পাডা সতিয়পুতো কেতলপুতো আ তংবপংণী অতিয়কো য়োন রাজা য়ে বা পি তস অংতিয়কস সামাপ। রাজানো— সর্বত্র দেবানংপ্রিয়স প্রিয়দসিনো রাঞো দ্বে চিকীছ কতা মনুস-চিকীছা চ পসু-চিকীছা চ। ওসঢানি চ পচোপগনি চ য়ত নাস্তি সর্বত্রা হারাপিতানি চ রোপাপিতানি চ। মূলানি চ ফলানি চ য়ত য়ত্র নাস্তি সর্বত্রা হারাপিতানি চ রোপাপিতানি চ। পংহেসু কূপা চ খানাপিতা ব্রচা চ রোপাপিতা পরিভোগায় পসুমনুসানং।

**টীকা :** চোডা-চোল, বর্তমান তান্‌জোর ত্রিচিনপল্লি অঞ্চল। পাডা-পাণ্ড্য, বর্তমান মাদুরা-তিনেভেলি অঞ্চল। তংবপংণী-তাম্রপর্ণী অর্থাৎ সিংহল দ্বীপ।

[গির্ণার পর্বতলেখ ২]

[৭]

দেবানংপিয়ো পিয়দসি রাজা এবং আহ : দ্বাদসবাসাভিসিতেন ময়া ইদং আঞপিতং— সর্বত বিজিতে মম য়ুতা চ রাজুকে প্রাদেসিকে চ পংচসু পংচসু বাসেসু অনুসংয়ানং নিয়াসু এতায়েব অথায়— ইমায় ধংমানুসস্টিয় য়থা অঞায় সি কংমায় সাধু মাতরি চ পিতরি চ সুস্রুসা ; মিত্র-সংস্তুত-ঞাতীনং বামহণ-সমণানং সাধু দানং ; প্রাণানং সাযু অনারংভো ; অপব্যয়তা অপ-ভাডতা সাধু। পরিসা সি য়ুতে আঞপয়িসতি গণনায়ং হেতুতো চ ব্যংজনতো চ।

[গির্ণার পর্বতলেখ ৩]

[৮]

অতিকাতং অংতরং বহুনি বাসসতানি বঢিতো এব প্রাণারংভো বিহিংসা চ ভূতানং ঞাতিসু অসংপ্রতিপতী ব্রামহণশ্রমণানং অসংপ্রতিপতী। ত অজ দেবানং প্রিয়স প্রিয়দসিনো রাঞো ধংমচরণেন ভেরীঘোসো অহো ধংমঘোসো বিমানদসণা চ অগীখংধানি চ অঞানি চ দিব্যানি রূপানি দসয়িৎপা জনং য়ারিসে বহুহি বাসসতেহি ন ভূতপুবে তারিসে অজ বঢিতে দেবানং প্রিয়স প্রিয়দসিনো রাঞো ধংমানুসষ্টিয়া অনারংভো প্রাণানং অবিহীসা ভূতানং ঞাতিনং সংপটিপতী ব্রহ্মণসমণানং সংপটিপতী মাতরি পিতরি সুস্রুসা থইরসুস্রুসা। এস অঞে চ বহুবিধে ধংমচরণে বঢিতে বঢয়িসতি চেব দেবানং প্রিয়ে প্রিয়দসি রাজা ধংমচরণং ইদং। পুত্রা চ পোত্রা চ প্রপোত্রা চ দেবানং প্রিয়স প্রিয়দসিনো রাঞো বঢয়িসংতি ইদং ধংমচরণং আব সংবটকপা ধংমম্ হি শীলাম্ হি তিষ্টংতো ধংমং অনুসাসিসংতি।

এস হি সেস্টে কংমে য় ধংমানুসাসনং ধংমচরণে পি ন ভবতি অসীলস। ত ইমম্ হি অথম্ হি বধী চ অহীনী চ সাধু এতায় অথায় ইদং লেখাপিতং ইমস অথস বধি য়ুজংতু হীনি চ মা লোচেতব্যা। দবাদসবাসাভিসিতেন দেবানং প্রিয়েন প্রিয়দসিনা রাঞা ইদং লেখাপিতং।

[গির্ণার পর্বতলেখ ৪]

[৯]

দেবনং প্রিয়ে প্রিয়দ্রশি রজ এবং আহ : কলণং দুকরং। য়ে অদিকরে কয়ণস সে দুকরং করোতি। তং ময় বহু কয়ণে কটে। তং মঅ পুত্র চ নতরে চ পরং চ তেন য়ে অপতিয়ে মে অবকপং তথ অনুবতিশতি সে সুকুট কষতি। য়ে চু অত্র দেশ পি হপেশতি সে দুকট কষটি। পপে হি নম সুপদবরে।

সে অতিক্রুতং অংতৰং ন ভূতপ্রুব ধ্রমমহমত্র নম। সে ত্রেডশ বষভিসিতেন ময় ধ্রমমহমত্র কট। য়ে সব্রপষডেষু বপুট ধ্রমধিথনয়ে চ ধ্রমবঢ্রিয় হিদসুখয়ে চ ধ্রময়ুতস য়োন-কম্বোজ-গংধৰনং বঠিক-পিতিনিকন য়ে বপি অঞে অপৰত। ভটময়েসু ব্রমণিভ্যেসু অনথেষু বুধ্রেষু হিদসুখ্যে ধ্রময়ুত অপলিবোধয়ে বিয়পুট তে। বধনবধেস পটিব্রিয়ে (read as পটিবিধনয়ে) অপলিবোধয়ে মোচায় চ ইয়ম্ অনুবধ পজ তি ব মহলকেতি ব বিয়প্রট তে। হিদ বহিরেষু চ নগরেষু ওরোধনেষু ভতন চ স্পসুন চ য়ে ব পি অঞে এঞতিকে সব্রত্র বিয়পট। য়ে ইয়ং ধ্রমনিশিতো তি ব ধ্রমধিথনে তি ব দনসংয়ুতে তি ব সব্রত্র বিজিতসি মঅ ধ্রময়ুতসি বপুট তে ধ্রমমহমত্র।

এতয়ে অথ্রয়ে অয়ি ধ্রমদিপি লিখিত চিরঠিতিক হোতু তথং চ মে প্রজা অনুবটতু।

[মানসেহ্‌রা পর্বতলেখ ৫]

[১০]

দেবানংপিয়ে পিয়দসী লাজা হেৰং আহা :

অতিকাংতং অংতলং নো হুতপুলুৱে সবং কালং অঠকংমে ৱা পটিবেদনা ৱা। সে মময়া হেৰং কটে সবং কালং অদমানসা মে ওলোধনসি গভাগালসি বচসি বিনিতসি উয়ানসি সবতা পটিবেদকা অঠং জনসা পটিবেদেংতু মে। সবতা চা জনসা অঠং কছামি হকং। য়ং পি চা কিছি মুখতে আনপয়ামি ব হকং দাপকং ৱা সাবকং ৱা য়ে ৱা পুনা মহামাতেহি অতিয়ায়িকে আলোপিতে হোতি তায়েঠায়ে বিবাদে নিঝতি ৱা সংতং পলিসায়ে অনংতলিয়েনা পটিবেদথিতবিয়ে মে সবতা সবং কালং। হেৰং আনপয়িতে মময়া। নথি হি মে তোসে উঠানসা অঠসংতিলনায়ে চা। কটবিয়মুতে হি মে সবলোকহিতে। তদা চা পুনা এসে মূলে উঠানে অঠসংতিলনা চা নথি হি কংমতলা সবলোকহিতেনো। য়ং চ কিছিপলকমামি হকং কিতি ভূতানং অননিয়ং য়েহং হিদ চ কানি সুখায়ামি পলত চা সবগং আলাধয়িতু।

সে এতায়েঠায়ে ইয়ং ধংমলিপি লেখিতা চিলঠিতিক্যা হোতু। তথা চ মে পুতদালে পলকমাতু সবলোকহিতায়ে। দুকলে চ ইয়ং অনত অগেনা পলকমেনা।

[কালসী পর্বতলেখ ৬]

[১১]

দেৱনং পিয়ে পিয়দসি লাজা সবত ইছতি সবপাসংডা বসেবুতি। সবে হি তে সয়মং ভাবসুধী চ ইছংতি। মুনিসা চ উচাবুচছংদা উচাবচলাগা। তে সবং ৱা একদেসং ৱা কছংতি। বিপুলে পি চ দানে অস নথি সয়মে ভাবসুধী চ নীচে বাঢম্।

[চৌউলি পর্বতলেখ ৭]

[১২]

অতিকাতং অংতৰং ৰাজানো বিহাৰ-য়াতাং এয়াসু। এত মগব্যা অঞানি চ এতাৰিসানি অভিৰমকানি অহুংসু। সো দেবানংপ্ৰিয়ো পিয়দসি ৰাজা দস-বৰ্সাভিসিতো সংতো অয়ায় সম্বোধিং। তেনেসা ধংস-য়াতা। এতয়ং হোতি বাম্হণসমণানং দসণে চ দানে চ থইৰানং দসণে চ হিৰংণপটিবিধানো চ জাতপদস চ জনস দৰ্শনং ধংমানুসস্টী চ ধম-পৰিপুছা চ তদ্ওপয়া। এসা ভুয় ৰতি ভবতি দেবানংপিয়স প্ৰিয়দশিনো ৰাঞো ভীগে অংঞে।

[গিৰ্ণাৰ পৰ্বতলেখ ৮]

## ।। বহুধিব ।।
## (BAHUDHIVA)

[চীনা-তুৰ্কীস্তানৰ অন্তৰ্গত 'নিয়া' নামৰ ঠাইৰপৰা আৱিষ্কাৰ কৰা এই দলিল জাতীয় নথি-পত্ৰৰ ভাষা মধ্যভাৰতীয় প্ৰাকৃতৰ সমগোত্ৰীয় বাবেই ইয়াৰ নাম হয় 'নিয়া প্ৰাকৃত'। খ্ৰীঃ ১ম-৩য় শতিকাৰ কালছোৱাত এই ভাষাৰ প্ৰচলন আছিল। এইবিলাকৰ বিষয়বস্তু আছিল তৎকালীন শাসন-কাৰ্য বাণিজ্যাদি নানা ব্যৱসায়। তদুপৰি এইবোৰ লিখা হৈছিল খৰোষ্ঠী আৰু ব্ৰাহ্মী আখৰত। ভাষাৰ উচ্চাৰণ বৈশিষ্ট্য মন কৰিবলগীয়া। এইখন এটা উটৰ বিক্ৰী-ৰছিদ।]

সংৱৎসৰে ১০ মজে' ৩ধিৱৰ্ষ ১০৪৪ ইজ চুনমি খোতন মহৰয় ৰায়তিৰয় হিনঝদেব বিজিদসিংহস্য ত কলি।

অস্তি মনুশ নগৰগ খ্ ৰৰগৰসে নম তথ মস্ত্ৰেদি অস্তি ময়ি উতঃ তনুৰগঃ। সো উতঃ অফিএনু হৰদি ধহি অহি অঘি তস্ৰিজু ৰশো। ত ইদনি সো উতো বিক্ৰিনামি মুল্যেন মবে সহস্ৰ অষ্টি ৪৪১০০০ সুলিগ ৰগতি ৰধগস্য সগজি। তস্য উতস্য কিমে ৰগিতি ৰধগে নিৰৱশিজো মূল্যো মবে ঋিতু খ্ ৰ্কৰ্নস্য প্ৰহিদু সুখি উৰগদু।

আজি উৱদয়ি সো উতঃ ৰগিতি ৰধগস্য তনুৰগঃ সংবৃতঃ য়থ গম গৰণীয়ঃ সৰ্ব কিচ কৰণীয়ঃ। য়ো পচেম কলি তস্য উতস্য কিমে চুদয়তি বিদিয়তি বিৱদু উঠবিয়দি তেন তথ ধড়ু ঋিনদি য়থ ৰাজধৰ্মু স্যদি।

ময় ধলৱঙ বৰ্হধিবে লিখিদু খ্ ৰ্কৰ্নস্য অজিয়নয়ি পুৰদু।

(Document from Chinese Turkestan)

দ্ৰষ্টব্য ঃ ওপৰোক্ত অনুশাসনৰ ৰোমক প্ৰতিলিপিত তলৰ কথাবাৰলৈ লক্ষ্যৰখা দৰ্কাৰ ঃ— জ'=z, জ=j, গ=ś, ব=v, য়=y।

## ।। অপ্ৰমাদি-ৰতি আৰু ভিক্ষু-ধৰ্ম ।।

## (APRAMĀDA-RATI ĀRU BHIKṢU-DHARMA)

[মধ্য এচিয়াৰ খোটান অঞ্চলত আৱিষ্কৃত 'ধম্মপদ' ৰূপৰা আহৰিত পাঠ। মধ্য আৰু দক্ষিণ-পূব এচিয়াত বৌদ্ধসকলৰ মাজত 'ধম্মপদ'ৰ বিশেষ সমাদৰ আছিল। উক্ত ধম্মপদ লিখা হৈছিল খৰোষ্ঠী আখৰত। সেইবাবে ই খৰোষ্ঠী বা খোটানী ধম্মপদ ৰূপেও জনাজাত। মন কৰিবলগীয়া কথা হ'ল অশোকৰ শিলালেখৰ উত্তৰ-পশ্চিমা অৰ্থাৎ শাহ্‌বাজগঢ়ী আৰু মানসেহ্‌ৰাৰ ভাষাৰ লগত ইয়াৰ ভাষাগত সাদৃশ্য আৰু নিয়া প্ৰাকৃতৰ লগত সাদৃশ্য। এয়া খ্ৰীঃ ১ম শতিকাৰ ভাষাৰ নিদৰ্শন। অপ্ৰমাদৰ গুণ-গৰিমা আৰু ভিক্ষুৰ কৰ্তব্যাদি বিষয়ক কথাই হ'ল এই পাঠৰ বিষয়বস্তু।]

১. অপ্ৰমদ প্ৰশজতি প্ৰমদু গৰহিতু জ'দ।

২. হিণ-ধম জেব'অ প্ৰমদেণ ন জ'ৱজি'
মিছদিঠি ন ৰোয়' অন জি'অ লোক-বঢণো।

৩. য়ো দু পুৱি প্ৰমজতি পছ সু ন প্ৰমজদি
সো ইদ লোকু ওহজে'দি অভ মুত্তো ৱ সুৰি'উ।

৪. অৰহ্‌ধ নিখমধ যুজথ বুধ শশণে
ধুণথ মুচুণো জে'ণ নডকৰ ৱ কুঞৰ।

৫. অপ্ৰমদ ৰ্‌দিমদ সুশিল ভোদু ভিক্ষৱি
সুজ'মহিদ-জ'গপ জ'চিত অণুৰক্ষধ।

৬. য়ো ইমস ধম-ৱিণ'ই আপ্ৰমতু ৱিহৰিদি
প্ৰহ'ই জদি-জ'ংশৰ দুখুসদ কৰিষদি।

৭. ত য়ু ৱদমি ভূদ্ৰঞ্জ য়ৱদেথ জ'মকদ
অপ্ৰমদ ৰদ ভোধ জ'ধমি সুপ্ৰৱেদিদি।

৮. প্ৰমদ পৰিৱজেতি অপ্ৰমদ ৰদ জ'দ
ভৱেথ কুশল ধম য়োক-ক্ষেমজ' প্ৰত্ত'অ।

৯. জ'লৱহ নদিমঞে'অ নঞেৰ ৱিহ'ও ৱি'অ
অঞেৰ ৱিহ'ও ভিক্ষু জ'মধি নধিকছদি।

১০. অপ-লভো দু য়ো ভিখু জ'লবহ নদিমএগ্রদি
ত গু দেব প্ৰশজদি শুধ-য়িব অতন্দ্ৰিদ।
১১. কমৰমূ কম-ৰদু কমূ অণুবিচিদ'ও
কমূ অণুস্বৰো ভিখু জ'ধৰ্ম পৰিহয়দি।
১২. ধমৰমূ ধম-ৰদু ধমূ অণুবিচিদ'ও
ধমূ অণুস্বৰো ভিখু জ'ধৰ্ম ন পৰিহয়দি।
১৩-১৪. ন শিল-ব্ৰদ-মত্ৰেণ বহো-মুকেণ ব মণো
অধ জ'মধি-লভেণ বিবিত-শয়ণেণ ব
ফুষমূ নেখম-সুখু অপ্ৰথজন জে'বিদ
ভিখু বিশ্পশম্ অ (পদি) অপ্ৰত্তে অসব-ক্ষয়ে।
১৫. ন ভিখু অবদ ভোদি য়বদ ভিক্ষাদি পৰ
বিশ্প ধৰ্ম জ'মদ'ই ভিখু ভোদি ন ভৱদ।
১৬. য়ো দু বহেত্তি পৰণ বদব ব্ৰম্ম-য়িয়ব
জ'গ'ই চৰদি লোকু সো দু ভিখু দুবুচদি।
১৭. মেত্ৰ-বিহৰি য়ো ভিখু প্ৰজ'নু বুধ-শাশণে
দুপদি পৱক ধৰ্ম দ্ৰংম-পত্ৰ ব মদুক।

## ।। বুদ্ধ আৰু তেওঁৰ পিতা।।
## (BUDDHA ĀRU TEŌR PITĀ)

১. তে দেৱবৰ্ণা উভয়ে সমাগতা
বুদ্ধো চ বুদ্ধস্য পিতা চ ৰাজা।
উপশোভতি শালবনে নিষণ্ণৌ
চন্দ্ৰৌ য়থা অভ্ৰগণা প্ৰমুক্তো।।

২. অথাপ্ৰমেয়স্য পিতুৰ অভূৎ
চিৰস্য দৃষ্টৱান্ প্ৰিয়ং মনাপং।
পুত্ৰং স্বকং প্ৰাণসমং নিষণ্ণং
হিতাহিতং পৃচ্ছতি ৰোগজাতো।।

৩. পুরা তব কম্বলপাদুকা চ
সুচিত্রা সূক্ষ্মাস্তরণসংস্থিতাস্‌।
অভূবন্‌হ্য তাং চংক্রমসে চ বীর
শ্বেতস্মিং ছত্রস্মিং ধরীয়মানে।।

৪. সো দানি তাম্রমৃদুজালিনীহি
সমন্তনেমীহি সহস্রবেহি।
কুশকণ্টকশর্করম্‌ আক্রমন্তো
কচ্চিং তে পাদৌ ন রুজন্তি বীর।।

ভগবান আহ ঃ

৫. সর্বাভিভূ সর্ববিদ্‌ হম্‌ অস্মি
সর্বেষু ধর্মেষু অনোপালপ্তঃ।
সর্বং জহে তৃষ্ণাক্ষয়া বিমুক্তো
ন মাদৃশো সংপ্রজনেতি বেদনা।।

রাজা আহ ঃ

৬. পুরা তব লোহিতচন্দনেন
শশিস্য রক্তোপনিভেন কালে।
মনোজ্ঞগন্ধেন সুশীতলেন
স্নাপকা বিলিম্পেন্ত্‌ তে স্নাপয়িত্বা।।

৭. সো দানি গ্রীষ্মাসু খরাসু রাত্রিষু
বনাদ্‌ বনং ইর্যসি চংক্রমন্তে।
ওদাতশীতেন সুখেন বারিণা
কো দানি তে স্নাপয়তে কিলান্তং।।

ভগবান আহ ঃ

৮. শুদ্ধা নদি গৌতম শীলতীর্থা
অনাবিলা সদ্ভিঃ সদা প্রশস্তা।
যস্মিং হ্রদে দেবগণেহি স্নাতো
ওগাধগাত্রো প্রতরামি পারং।।

৯. ধর্মো হ্রদো গৌতম শীলতীর্থো
অনাবিলো সদ্ভিঃ সদা প্রশস্তো।
যস্মিং হ্রদে দেবগণেহি স্নাতো
পৃথ্বীং প্রবাহেত্তি স্বপুণ্যগন্ধাং।।

**রাজা আহ ঃ**

১০. যদা তুবং কাসিকবস্ত্রধারী
পদুমুৎপলচম্পকবাসিতানি।
শুদ্ধানি বস্ত্রাণি নিবাসয়িত্বা
সো শোভসি শাকিয়মণ্ডলস্মিং
শক্রো ব সাহস্রগতান মধ্যে।।

১১. সো দানি শাণানি চ পট্টকানি চ
রক্তানি বস্ত্রাণি দ্রু মত্বচানি।
ধারেসি তং চ অজুগুপ্সমানো
ইদং পি তে অশ্চরিয়ং ভদন্ত।।

**ভগবান আহ ঃ**

১২. না চীবরে শয়নে ভোজনে বা
অনুধ্যাপিতা ভোন্তি জিনা নরেন্দ্র।
লব্ধা মনাপং অথবাপি অপ্রিয়ং
উপেক্ষকা ভোন্তি জিনা প্রজানকা।।

**রাজা আহ ঃ**

১৩. পুরা তব অজন্যরথা বিচিত্রা
সুবর্ণকাংসকচিরা মহার্হা।
শেতং চ ছত্রং মনিখংগমচামরং
ধ্রুবং গ্রহেত্তে দিশাং প্রয়ায়তঃ।।

১৪. পুরা তব রাজরো উদগ্রো
হয়োত্তমো কন্টকো শীঘ্রবেগো।
আজানেয়ো কাঞ্চনজালছন্নো
অভীক্ষ্ণশো বহেত্তি য়েন কামং।।

১৫. য়ো য়ুগ্যয়ানেহি তুবং উপেতো
রথেহি অশ্বেহি চ কুংজরেহি চ।
রাষ্ট্রেণ রাষ্ট্রং অনুচংক্রমন্তো।
কচ্চিন্ ন শ্রান্তো সি তদব্ধ ব্রূহি

ভগবান আহ ঃ

১৬. বথো মো ঋদ্ধিপাদো স্বচ্ছিক্তবাহনো
ধৃতী চ প্রজ্ঞা চ স্মৃতী চ সাৰথী।
সম্যক্‌প্রধানা চতুৰো মে অশ্বা
সমং প্রয়াতো হং পদং সুসংস্কৃতং।।

ৰাজা আহ ঃ

১৭. পূৰ্বা তুবং ৰূপিয়ভাজনেষু
সুবর্ণপাত্রেষু চ ভুংজিয়ান।
শুচিং প্রণীতৰসকং চ ভোজনং
ৰাজানুভাৱেন উপস্থিহেতু।।

১৮. সো দানি লোণং চ অলোণকং চ
লূখং অলূখং অৰসং সৰসং চ।
পৰিভুংজসি তং চ জুগুপ্‌সমানো
ইদং পি তে অশ্চৰিয়ং ভদন্ত।।

ভগবান আহ ঃ

১৯. যা চাপি বুদ্ধা পূৰ্বিমা অতীতা
অনাগতা য়ো পি চহং অনেয়ো।।
লূখং অলূখং অৰসং সৰসং চ।।
দমার্থিকো লোকহিতায় ভুংজতি।।

## ।। সুভাষিত ।।

## (SUBHA SITA)

[এই শ্লোকবোৰ 'পালি' ভাষাত ৰচিত বৌদ্ধশাস্ত্র 'ধম্মপদ'ৰ নানা 'ৰগ্‌গ'ৰপৰা বাছি 'সুভাষিত' নামেৰে যুগুত কৰা হৈছে। বৌদ্ধধৰ্মৰ অত্যন্ত প্রয়োজনীয় আৰু সকলোৱে পালন কৰিবলগীয়া তেনেকুৱা নীতিমূলক উপদেশেই হ'ল এই শ্লোকৰাজিৰ প্রধান বিষয়বস্তু। 'বিনয়পিটক'ৰ অন্তর্ভুক্ত এই শ্লোকবোৰৰ ৰচনা কাল খ্রীঃ পূঃ ৩য় শতিকা। ভাষাত 'পালি'ৰ প্রাচীন ৰূপ ৰক্ষিনি ৰক্ষিত হৈছে।]

১. অপ্‌পমত্তো পমত্তেসু বহুজাগৰো
অবলস্‌সং ব সীঘস্‌সো হিত্বা য়াতি সুমেধসো।

২ দুন্নিগ্‌গহস্‌স লহুনো য়ত্থকামনিপাতিনো
চিত্তস্‌স দমথো সাধু চিত্তং দন্তং সুখাৱহং।

৩. ন পরেসং বিলোমানি ন পরেসং কতাকতং
অত্তনো'ব অবেখ্খেয়্য় কতানি অকতানি চ।
৪. য়থাপি পুপ্ফরাসিম্হা কয়িরা মালাগুণে বহু
এবং জাতেন মচ্চেন কত্তব্বং কুসলং বহুং।
৫. পুত্তা ম'অত্থি ধনং ম'অত্থি ইতি বালো বিহঞ্ঞতি
অত্তা হি অত্তনো নত্থি কুতো পুত্তো কুতো ধনং।
৬. সেলো য়থা একঘনো বাতেন ন সমীরতি
এবং নিন্দাপসংসাসু ন সমিঞ্জন্তি পণ্ডিতা।
৭. য়ো সহস্সং সহস্সেন সঙ্গামে মানুসে জিনে
একং চ জেয়্যং অত্তানং সে বে সঙ্গামজ' উত্তমো।
৮. সব্বে তসন্তি দণ্ডস্স সব্বে ভায়ন্তি মচ্চুনো
অত্তানং উপমং কত্বা ন হনেয়্য় ন ঘাতয়ে।
৯. সব্বে তসন্তি দণ্ডস্স সব্বেসং জীবিতং পিয়ং
অত্তানং উপমং কত্বা ন হনেয়্য় ন ঘাতয়ে।
১০. পস্স চিত্তকতং বিম্বং অরুকায়ং সমুস্সিতং
আতুরং বহুসঙ্কপ্পং য়স্স নত্থি ধুবং ঠিতি।
১১. অপ্পস্সুতা'য়ং পুরিসো বলিবদ্দো ব জীবতি
মংসানি তস্স বড্ঢন্তি পঞ্ঞা তস্স ন বড্ঢতি।
১২. অচরিত্বা ব্রহ্মচরিয়ং অলদ্ধা য়োব্বনে ধনং
জিণ্ণকোঞ্চা'ব ঝায়ন্তি খীণমচ্ছে'ব পল্ললে।
১৩. অত্তা হি অত্তনো নাথো কো হি নাথো পরো সিয়া
অত্তনা'ব সুদন্তেন নাথং লভতি দুল্লভং।
১৪. উত্তিট্ঠে নপ্পমজ্জেয়্য় ধম্মং সুচরিতং চরে
ধম্মচারী সুখং সেতি অস্মিং লোকে পরম্হি চ।
১৫. ন কহাপণ-বস্সেন তিত্তি কামেসু বিজ্জতি
অপ্পস্সাদা দুক্খা কামা ইতি বিঞ্ঞায় পণ্ডিতো।
১৬. জয়ং বেরং পসবতি দুক্খং সেতি পরাজিতো
উপসন্তো সুখং সেতি হিত্বা জয়পরাজয়ং
১৭. আরোগ্যপরমা লাভা সন্তুট্ঠিপরমং ধনং
বিস্সাসপরমা ঞাতি নিব্বাণং পরমং সুখং।

১৮. মা পিয়েহি সমাগঞ্ছি অপ্পিয়েহি কুদাচনং
পিয়ানং অদস্সনং দুক্খং অপ্পিয়ানঞ্চ দস্সনং।

১৯. অক্কোধেন জিনে কোধং অসাধুং সাধুনা জিনে
জিনে কদরিয়ং দানেন সচ্চেন অলিকবাদিনং।

২০. ন তেন পণ্ডিতো হোতি যাবতা বহু ভাসতি
খেমী অবেরী অভয়ো পণ্ডিতো'তি পবুচ্চতি।

২১. দূরে সন্তো পকাসেন্তি হিমবন্তো ব পব্বতো
অসন্ত' এত্থ ন দিস্সন্তি রত্তি-খিত্তা যথা সরা।

২২. সুখা মত্তেয়্যতা লোকে অথো পেত্তেয়্যতা সুখা
সুখা সামঞ্ঞতা লোকে অথো ব্রহ্মঞ্ঞতা সুখা।

২৩-২৪ চক্খুনা সংবরো সাধু সাধু সোতেন সংবরো
ঘাণেন সংবরো সাধু সাধু জিব্হায় সংবরো
কায়েন সংবরো সাধু সাধু বাচায় সংবরো
মনসা সংবরো সাধু সাধু সব্বত্থ সংবরো।

২৫. যস্স কয়েন বাচায় নত্থি দুক্কতং
সংবুতং তীহি ঠানেহি তম অহং ব্রূমি ব্রাহ্মণং।

২৬. ন জটাহি ন গোত্তেহি ন জচ্চা হোতি ব্রাহ্মণো
যম্হি সচ্চং চ ধম্মো চ সো সুচী সো চ ব্রাহ্মণো।

২৭. ধম্মং চরে সুচরিতং
ন তং দুচ্চরিতং চরে
ধম্মচারী সুখং সেতি
অস্মিং লোকে পরম্হি চ।

২৮. যথা বুব্বুলকং পস্সে
যথা পস্সে মরীচিকং
এবং লোকং, অবেক্খন্তং
মচ্চুরাজা ন পস্সতি।

২৯. এথ পস্সথ' ইমং লোকং
চিত্তং রাজরথূপমং
যত্থ বালা বিসীদন্তি
নত্থি সঙ্গো বিজানতং।

৩০. ন অত্তহেতু ন পৰস্‌স হেতু
ন পুত্তমিচ্চে ন ধনং ন ৰটঠং
ন ইচ্ছেয়্য অধম্মেন সমিদ্ধিমত্তনো
স সীলৰা পঞ্ঞৱা ধম্মিকো সিয়া।

৩১. য়স্‌স পাপং কতং কম্মং
কুসলেন পিথীয়তি
সো ইমং লোকং পভাসেতি
অব্‌ভা মুত্তো'ৱ চন্দিমা।

৩২. অন্‌ধভূতো অয়ং লোকো
তনুক' এত্থ ৱিপস্‌তি
সকুন্তো জালমুত্তো'ৱ
অপ্‌পো সাগ্‌গায় গচ্ছতি।

৩৩. একং ধম্মং অতীতস্‌স
মুসাৱাদিস্‌স জন্তুনো
ৱিতিণ্‌ণপৰলোকস্‌স
নত্থি পাপং অকাৰিয়ং।

৩৪. ন ৱে কদাৰিয়া দেৱলোকং ৱিজন্তি
বালা হৱে নপ্‌পসংসন্তি দানং
ধীৰো চ দানং অনুমোদমানো
তেন্' এৱ সো হোতী সুখী পৰত্থ।

৩৫. পথৱ্য়া একৰজ্জেন পগ্‌গস্‌স গমনেন ৱা
সব বলোকাধিপচ্চেন সোতাপত্তিফলং ৱৰং।

(The Pali Dhammapada)

## ।। ভাস।।

## (BHASA)

[যশস্বী কবি ভাসৰ 'স্বপ্নবাসৱদত্তা' নাটৰ ভাষা সংস্কৃত আৰু শৌৰসেনী প্ৰাকৃত। কিন্তু ইয়াত সংস্কৃত উপাদানো আছে বাবে সংস্কৃত মিশ্রিত শৌৰসেনী বুলিহে কোৱা হয়। খ্রীঃ ২য় শতিকাৰ এই কবিগৰাকীৰ সংস্কৃতগন্ধী শৌৰসেনী প্ৰাকৃতৰ নিদৰ্শন হিচাপে এই পাঠটি যুগুত কৰা হৈছে।]

(ততঃ প্ৰবিশতি বাসবদত্তা আবন্তিকাবেষেণ চেটি চ)

চেটি ঃ— এদু এদু অয়্য়া। দিঢং খু ভট্টিদাৰিআ সীসৱেদণাএ দুক্খাৱিদা।

বাসবদত্তা ঃ— হদ্ধি। কহিং সঅণীঅং ৰইদং পদুমাৱদীএ।

চেটিং ঃ— সমুদ্দগিহকে কিল সয়্য়াত্থিণ্ণা।

বাসবদত্তা ঃ— তেণ হি অগ্গদো য়াহি।

(উভে পৰিক্ৰামতঃ)

চেটি ঃ— ইদং সমুদ্দগিহকং। পবিসদু অয়্য়া। জাব অহং বি সীসাণুলেৱণং তুবাৱেমী। (নিষক্ৰান্তা)।

বাসবদত্তা ঃ— অহো অকৰুণা খু ইস্সৰা মে। ৱিৰহপয়ুয়ু স্ সুঅস্স অয়্ য়-উত্তস্স বিস্সমত্থাণভুদা ইঅং পি ণাম পদুমাৱদী অস্সত্থা জাদা। জাব পবিসামি। (প্ৰবিশ্যাবলোক্য) অহো পৰিজণস্স পমাদো। অস্সত্থং পদুমাৱদিং কেৱলং দীৱসহাঅং কৰিআ পৰিত্তজদি। ইঅং পদুমাৱদী ওসুত্তা। তাব উৱৱিসামি। অহৱ অঞ্ঞাসণপৰিগ্গহেণ অপ্পো ৱিঅ সিণেহো পডিভাদি। তা ইমস্সিং সয়্য়া এ উৱৱিসামি। (উপবিশ্য)। কিং ণু খু এদাএ সহ উৱৱিসন্তী এ অজ্জ পহলাদিদং ৱিঅ মে হিঅঅং। দিট্ঠিআ অবিচ্ছিণ্ণসুহণিস্সাসা। ণিব্বুত্তৰোআএ হোদৱ্বং। অহৱ একদেসসংৱিভাঅদাএ সঅণীয়স্স সূয়েদি মং আলিঙ্গেহি ত্তি জাৱ সইস্সং। (শয়নং নাটয়তি)।

[Svapnavasavadatta Act. V. (portion)]

## ।। কালিদাস।।

## (KALIDA SA)

[কালিদাস খ্ৰীঃ ৪ৰ্থ শতিকাৰ কবি। তেওঁৰ শ্ৰেষ্ঠ নাট 'অভিজ্ঞান শকুন্তলম্', সংস্কৃতৰ উপৰিও মাগধী আৰু শৌৰসেনী প্ৰাকৃতৰ প্ৰয়োগে এই নাটখনিক এটা সুকীয়া মৰ্যাদা দিছে। ইয়াত এই দুয়োবিধ প্ৰাকৃতৰ নিদৰ্শন পোৱা যাব।]

(ততঃ প্ৰবিশতি নাগৰকঃ পশ্চাদ্ বাদ্ধং পুৰুষম্ আদায় ৰক্ষিণৌ চ)

ৰক্ষিণৌ ঃ— (পুৰুষং তাড়য়িত্বা) হণ্ডে কুম্ভীলআ কধেহি কহিং তয়ে এশে মহালদণভাশুলে উক্কিণ্ণনামহেকলে লাঅকীএ অঙ্গুলীঅয়ে শমাশাদিদে।

ধীববকঃ :— (ভীতিনাটিতকেন) পশীদন্তু ভাবমিশ্শা। ণ হগে ঈদিশশ্শ অকয়্যশ্শ কালকে।

এক :— কিং নু কখু শোহনে বম্হণে শি ত্তি কদুঅ লঞ্‌এণা দে পলিগ্গহে দিণ্ণে।

ধীববকঃ :— শুণধ দাব। হগে কখু শক্কাবদালবাশী ধীবলে।

দ্বিতীয়ঃ :— হণ্ডে পাডাচ্চলা কিং তুমং অম্মেহি য়াদিং বশদিং চ পুশ্চিদে।

নাগবকঃ :— সূঅঅ। কধেদু সব্বং কমেণ। মা ণং পডিবন্ধেধ।

উভৌ :— য়ং লাউত্তে আণবেদি। লবেহি লে লবেহি।

ধীববকঃ :— শে হগে য়ালবডিশপ্ পহূদীহিং মশ্চবন্ধণোবাএহিং কুডুম্বভলণং কলেমি।

নাগবকঃ :— (প্রহস্য) বিসুদ্ধো দানিং দে আজ্জীবো।

ধীববকঃ :— ভস্টকে মা এব ভণ।

শহয়ে কিল য়ে বি শিন্দিদে ণ হু শে কম্ম বিবয়্যণীয়কে পশুমালী কলেদি দালুণং অণুকম্পামিদুলে বি শোণিকে।

নাগবকঃ :— তদো তদো।

ধীববকঃ :— অধ এক্কদিঅং মএ লোহিদমশ্চকে খণ্ডশো কপ্পিদে। য়াব তশ্শ উদলব্ ভন্ তলে এদং মহালদণভাশুলং অঙ্গুলীঅঅং পেস্কামি। পশ্চা ইধ বিক্কঅত্তং ণং দংশঅন্তে য়ুয়েব গহিদে ভাবমিশশেহি। এত্তিকে দাব এদশ্শ আগমে। অধুণা মালেধ বা কুস্টেধ বা।

নাগবকঃ :— (অঙ্গুরীয়কম্ আঘ্রায়) জাণুঅ মচ্ছোদবসং খিদং তি ণত্থি সংদেহো। তথা অঅং সে বিস্সগন্ধো। আগমো দাণিং এদস্স বিমরিসিদব্বো। তা এধ। বাঅউলং জেব গচ্ছাম্ হ।

রক্ষিণৌ :— (ধীবরং প্রতি) গশ্চ লে গণ্ঠিশ্চেদয়া গশ্চ। (ইতি পরিক্রামন্তি)।

নাগবকঃ :— সূঅঅ ইধ গোউবদুআবে অপ্পমত্তা পডিবালেধ মং জাব বাঅউলং পবিসিঅ নিক্কমামি।

উভৌ :— পবিশদু লাউত্তে শামিপ্পশাদত্থং।

নাগবকঃ :— তধা। (ইতি নিষ্ক্রান্তঃ)।

সূচকঃ :— য়াণুঅ চিলাঅদি লাউত্তে।

জানুকঃ :— ণং অবশলোবশপ্পণীআ খু লাআণো হোন্তি।

সূচকঃ :— য়াণুঅ ফুলন্তি মে অগ্গহত্তা (ধীবরং নির্দিশ্য) ইমং গণ্ঠিশ্চেদঅং বাবাদেদুং।

ধীবরকঃ :— ণালিহদি ভাবে অকজ্জণমালকে ভবিদুং।

জানুকঃ :— (বিলোক্য) এশে অম্মাণং ঈশলে পত্তে গেণ্হিঅ লাঅশাশণং। (ধীবরং প্রতি) তা শউলাণং মুহং পেস্কশি অধ বা গিদ্ধশিআলাণং বলী ভবিশ্শশি।

নাগরকঃ :— (প্রবিশ্য) সিগ্ঘং সিগ্ঘং এদং (ইতি অর্ধোক্তে)।

ধীবরকঃ :— হা হদে ম্হি।

(ইতি বিষাদং নাটয়তি)

নাগরকঃ :— মুঞ্চেধ রে মুঞ্চেধ জালোবজীবিণং উববণ্ণো সে কিল অঙ্গুলীঅঅস্স আগমো। অমহ-সামিনা জেব মে কধিদং।

সূচকঃ :— যধা আণবেদি লাউত্তে। যমবশদিং গদুঅ পডিনীউত্তে ক্খু এশে।

(ইতি ধীবরং বন্ধনান্ মোচয়তি)

ধীবরকঃ :— (নাগরকং প্রণম্য) ভস্টকে। তব কেলকে মম যীবিদে।

(ইতি পাদয়োঃ পততি)

নাগরকঃ :— উট্ঠেহি উট্ঠেহি। এসো ভট্টিণা অঙ্গুলীঅঅমুল্লসম্মিদো পারিদোসিও মে পসাদীকিদো। তা গেণ্হ এদং।

(ইতি ধীবরায় কটকং প্রযচ্ছতি)

ধীবরকঃ :— (সহর্ষং প্রতিগৃহ্য) অনুগ্গহিদে ম্হি।

জানুকঃ :— এসে ক্খু লঞ্ঞা তধাণাম অনুগ্গহিদে যং শূলাদো ওদালিঅ হত্থিসকন্ধং শমালোবিদে।

সূচকঃ :— লাউত্তে পালিদোশিএ কধেদি মহালিহলদণেণ তেণ অঙ্গুলীঅএণ শামিণো বহুমদেণ বহুমদেণ হোদব্বং তি।

নাগরকঃ :— ণং তস্সিং ভট্টিণো মহারিহরদণং ত্তি ণ পরিদোস্সো। এত্তিকং উণ।

উভৌ :— কিং ণাম।

নাগরকঃ :— তক্কেমি তস্স দংসণেণ কো বি হিঅআট্ঠিদো জণো ভট্টিণা সুমরীদো ত্তি। জদো তং পেক্খিঅ মুহুত্তঅং পইদিগম্ভীরো বিপজ্জুস্সুঅমণো আসি।

সূচকঃ :— তোশিদে দাণি তস্তা লাউত্তেণ।

জানুকঃ :— ণং ভণামি ইমস্শ মচ্ছীশত্তুণো কিদে ত্তি।

(ইতি ধীবরম্ অসূয়য়া পশ্যতি)

ধীবরকঃ :— ভস্টকা ইদো অদ্ধং তুম্মাণং পি শুলামুল্লং হোদু।

জানুকঃ :— ধীবল মহত্তলে শংপদং মে পিঅবঅশ্শকে শংবুত্তশি।

কাদম্বলীশদ্‌ধিকে কখু পঢমং অম্মাণং শোহিদে ইশ্চীঅদি। তা শুণ্ডিকাগালং য়েব গশ্চম্ম।
(ইতি নিষক্ৰান্তা সর্বে)
[Abhijnanasakuntalam (Bengal Recension)
Act vi, (Pravesaka)].

## ।। হাল।।
## (HALA)

[হালৰ 'গাহাসত্তসঈ' কাব্য সংকলনটিত সন্নিৱিষ্ট মাহাৰাষ্ট্ৰী প্ৰাকৃতত ৰচিত এই শ্লোকবোৰ তলত দাঙি ধৰা হৈছে। ৰচনাকাল সম্পৰ্কে আজিও বিতৰ্কৰ ওৰ পৰা নাই।]

১. সহি ঈৰিসি ব্ৰিঅ গঈ মা কব্ৱসু তিৰিঅবলিঅমুহঅন্দং
এআণং বালবালুঙ্কিতন্তকুডিলাণং পেম্মাণং।

২. ৰন্ধনকম্মণিউণিএ মা জুৰসু ৰত্তপাডলসুঅন্ধং
মুহমাৰুঅং পিঅন্তো ধূমাই সিহী ণ পজ্জলই।

৩. অমঅমঅ গঅণসেহৰ ৰঅণিমুহতিলঅ চন্দ দে ছিৱসু।
চ্ছিত্তো জেহিং পিঅঅমো মমং পি তেহিং চিঅ কৰেহিং।

৪. পিঅবিৰহো অপ্পিয়দংসণং-অ গৰু আইং দো বি দুক্খাইং
জিএং তুমং কাৰিজ্জসি তিএং ণমো আহিজাইএ।

৫. দিট্‌ঠা চুআ অগ্‌ঘাইআ সুৰাদক্ খিণাণিলো সহিও
কজ্জাইং ব্ৰিঅ গৰুআই মামি কো ৰল্লহো কস্‌স।

৬. অজ্জমএ তেণ বিণা অণুহু অসুৰআইং সংভৰন্তীএ
অহিণৰমেহাণং ৰৱো ণিসামিও ৰজ্ঝহপডহো ব্ৰ।

৭. আৰত্তস্‌স ধুঅং লচ্ছী মৰণং ৰা হোই পুৰিসস্‌স
তং মৰণম্ অণাৰম্ভে বি হোই লচ্ছী উণ ণ হোই।

৮. বিৰহাণলো সহিজ্জই আসাৰন্ধেণ ৰল্লহজণস্ স
এক্কগ্‌গামপৰাসো মাত্ৰ মৰণং বিসেসেই।

৯. কইঅৱৰহিঅং পেম্মং ণথি ব্ৰিঅ মামি মাণুসে লোএ
অহ হোই কস্‌স বিৰহো বিৰহে হোন্তম্মি কো জীঅই।

১০. ৰাঅং অচ্ছিসু ঠিঅং ৰবিসো অঙ্গেসু জৰণিঅং কণ্ণে
ছিঅঅং হিঅএ ণিহিঅং বিওইঅং কিং ইহ দেৰ্ৱেন।

১১. পাসাসঙ্কী কাও ণেচ্ছই দিণ্ণং পি পহি অঘরণীএ
ওঅত্তকরঅলোগ্গলিঅবলঅমজ্ঝহট্ঠিঅং পিণ্ডং।

১২. অজ্জং গও ত্তি অজ্জ গও ত্তি অজ্জং গও ত্তি গণরিএ
পধমে ব্বিঅ দি অহদ্ধে কুড়্ডো রেহাহিং চিত্তলিও।

১৩. পুট্ঠীং পুস্সু কিসোঅরি পডোহরঙ্কোল্লপত্তচিত্তলিঅং
ছেআহিং দিঅরজাআহিং উজ্জুএ ম কলিজ্জিইহিসি।

১৪. দিধরোসকলুসিঅস্স বি সুঅণস্স মুহাহিং বিপ্পিঅং কত্তো
রাহমুহম্মি বি সসিণো কিরণা অমত্তং চিঅ মুঅন্তি।

১৫. সূইজ্জই হেমন্তম্মি দুগ্গও পুপ্ফুআসুঅন্ধেণ
ধূমকবিলেণ পবিবিরলতত্ত্বণা জুণ্ণবডএণ।

১৬. বসণম্মি অণুব্বিগ্গা বিহবম্মি অগব্বিআ ভএ ধীরা
হোন্তি অহিণ্ণসহাবা সমেসু বিসমেসুসপ্পুরিসা।

১৭. মরগসূইবিদ্ধ ব মোত্তিঅং পিঅইআঅগ্গিরো
মোরো পাউসআলে তণগ্গলগ্গ উঅঅবিন্দুং।

১৮. সুপ্পউ তইও বি গও জামো ত্তি সাহিও কীস মং ভণহ
সেহালিআণং গন্ধো ণ দেই সোত্তুং সুঅহ তুম্হে।

১৯. চাবো সহাবসরলং বিচ্ছিবই সরং গুণম্মি বি পডন্তং
বঙ্কস্স উজ্জুঅস্স-অ সম্বন্ধো কিং চিরং হোই।

২০. কথ গঅং রইবিম্বং কথ পণট্ঠাও চন্দতারাও
গঅণে বলাঅপন্ তিং কালো হোরং ব কড়্ঢেই।

২১. জই ভমসি ভমসু এমেঅ কণ্হ সোহগ্গগব্বিরো গোট্ঠে
মহিলাণং দোসগুণে বিআরইউং জই খমো সি।

২২. তুহ দংসণে সঅণ্হা সদ্দং সোউণ ণিগ্গআ জাইং
তই বোলীণে তাইং পআইং বোধব্বিআ জাআ।

২৩. জং জং পলোএমি দিসং পুরত্ত লিহিঅ ব্ব দিসসে তত্তো
তুহ পডিমা-পিডিবাডিং বহই ব্ব সঅলং দিসাঅক্কং।

২৪. পঙ্কমইলেণ ছীরেক্কপাইণা দিণ্ণজাণু-বডণেণ
আনন্দিজ্জই হলিঅ পুত্তেণ ব সালিচ্ছেত্তেণ।

২৫. বাআই কিং ভণিজ্জউ কেত্তিঅমেত্তং ব লিক্খএ লেহে
তুহ বিরহে জদুক্খং তস্স তুম চেঅ গহিঅথো।

২৬. দুস্সিক্খিঅরঅণপরিক্খএহিং থিট্ঠো সি পথরে জাব
জা তিলমেত্তং বট্টসি মরগঅ কা তুজ্ঝ মুল্লকহা।

২৭. কমল মুঅন্ত মহুঅৰ পক্ককোইখাণং গন্ধলোহেণ
আলেক্খলড্ডুঅং পামৰো ব্ব ছিবিউণ জানিহিসি।
২৮. গিজ্জন্তে মঙ্গলাই আহিং বৰগোত্তদিণ্ণঅণ্ণএ।
সোউং ব ণিগ্গও উঅহ হোন্তবহুআএ ৰোমঞ্চো।
২৯. জং জং আলিহই মণো আসাবট্ঠিহিং হিঅঅফলঅম্মি
তং তং বালো-ব্ব বিহি ণিহুঅং হসিউণ পম্হসই।
৩০. সিন্ধবপব্ অবসচ্ ছহাইং ধুঅতুলপুঞ্জসৰিসাইং
সোহন্তি সুঅণু মুক্কোঅআইং সৰএ সিঅব্ভাইং।
৩১. মজ্ঝে পঅণুঅপঙ্কং অবহোবাসেসু সাণচিখিল্লং
গামস্স সিমসিমন্তঅং ব ৰচ্ছামুহং জাঅং।

[Gâhâsattasaî-Selected verses]

॥ হেমচন্দ্ৰ॥

[জৈনাচাৰ্য হেমচন্দ্ৰ বহু ভাষা বিশাৰদ। তেওঁৰ 'সিদ্ধ-হেমচন্দ্ৰ-শব্দানুশাসন' ব্যাকৰণৰ ৭ম অধ্যায়ৰ প্ৰাকৃত ব্যাকৰণৰ আলোচনাত দিয়া উদাহৰণৰূপৰা অপভ্ৰংশত ৰচিত কবিতা কিছু এই পাঠত দাঙি ধৰা হৈছে।]

(ক)

১. এই তি ঘোডা এহ থলি এই তি নিসিআ খগ্গ
এত্থু মুণিসিম জাণিঅই জো ণাবি বালই বগ্গ।
২. অগলিঅ-ণেহ-নিবট্টাহং জোঅণ-লকখু বি জাউ
বৰিস-সএণ বি জো মিলই সহি সোক্খহ সো ঠাউ।
৩. সায়ক উপ্পৰি তণু ধৰই তলি ঘল্লই ৰয়নাইং
সামি সুভিচ্চু বি পৰিহৰই সম্মাণেই খলাইং।
৪. গুণহিন সম্পয় কিত্তি পৰ ফল লিহিআ ভুঞ্জন্তি।
কেসৰি ন লহই বোড্ডিঅ বি গয় লক্খেহি ঘেপ্পন্তি।
৫. বচ্ছহে গিণ্হই ফলাই জণু কডু পল্লৰ বজ্জেই
তো বি মহদ্দুমু সুঅণু জেবঁ তে উচ্ছঙ্গে ধৰেই।
৬. জো গুণ গোৱই অপ্পণা পয়ডা কৰই পৰস্সু
তসু হউং কলিজুগি দুল্লহহো বলি কিজ্জ উং সুঅণস্সু।

৭. দইউ ঘডাবই বণি ভঅন্দং সউণিহিঁ পক্ক ফলাই
সে বরি সুক্খু পহট্ঠ ণবি কণ্ণই খলবয়ণাই।
৮. অগ্‌গিএং উণ্‌হউ হোই জগু বাত্রং সীঅলু তেবঁ
জো পুণু অগ্‌গিঁ সীঅলা তসু উণ্‌হত্তণু কেবঁ।
৯. বিপ্‌পিঅআরউ জই পি পিউ তো-বি তঁ আণহি অজ্জু
অগ্‌গিণ দড্ঢা জই-বি ঘরু তো তেম্ অগগিঁ কজ্জু।
১০. জীবিউ কাসু ন বল্ লহউং ধণু পুনু কাসু ন ইট্ঠু
দোণ্‌ণি-বি অবসর-নিবনিঁআই তিন সঁব গণই বিসিট্ঠু।

(খ)

১১. জই পুচ্ছহ ঘর বড্ডাই তো বড্ডা ঘর ওই
বিহলিঅ-জণ-অব্ভুদ্ধরণু কন্তু কুডীরই জোহি।
১২. দিঅহা জন্তি ঝডপ্‌পডহিঁ পডহিঁ মনোরহ পচ্ছি
জং অচ্ছই তং মাণিঅই হোসই কর তু ম অচ্ছি।
১৩. পুত্তেং জাএং কবণু গুণু অবগুণ কবণু মুএণ
জা বপ্‌পিকী ভুম্হডী চম্পিজ্জই অবরেণ।
১৪. জই কেবঁ-ই পাবীসু পিউ অকিআ কুড্ড করীসু
পাণীউং নবই সরাবি জিঁব সব্বঙ্গেং পইসীসু।
১৫. বাসু মহারীসি এউ ভণই জই সুসথু পমাণু
মায়হে চলণ নবন্তাহঁ দিবে দিবে গঙ্গাণ্‌হানু।
১৬. তিলহঁ তিলত্তণু তাউং পর জাউ ন নেহ গলন্তি
নেহি পণট্ঠই তে-জি তিল তিল ফিট্টবি খল হোন্তি।
১৭. হবি নচ্চাবিউ পঙ্গণই বিম্হই পাডিউ লোউ
এবহি বাহ পওহরহঁ জং ভাবই তং হোউ।
১৮. হথি মারুলউ
লোউ বোল্লণউ
পডহউ বজ্জণউ
সুণহউ ভসণউ।
১৯. জইভগ্‌গা পার্বক্কডা তো
সহি মজ্ঝু পিএণ
অহ ভগ্‌গা অম্হহং তণা

তো তেঁ মাৰিঅডেশ।

২০. এসী পিউ ৰূপেসু হউ কঠ্ঠী মই অণুণেই
পগ্‌গিম্ব এই মণোৰহইং দুক্কৰু দইউ কৰেই।

২১. ঢোল্লা সামলা ঘণ চম্পা ৱণ্ণী
ণাই সুবণ্ণ-ৰেহ কস-বট্টই দিণ্ণী।

২২. সায়ৰু উপ্‌পৰি তণু ধৰই তলি ঘল্লই ৰয়ণাইং
সামি সুভিচ্চু ৱি পৰিবেই সংমাণেই খলাইং।

২৩. সাহু ৱি লোড তডপ্‌ফডই বড়ডত্তণহোঁ তণেণ
বড়ডপ্পণু পৰি পাৱিঅই হথিং মোক্কলডেণ।

(Prakrit Grammar)

## ।। প্ৰাকৃত পৈঙ্গল।।
## (PRAKRIT PAINGAL)

[অৰ্বাচনী প্ৰাকৃত ভাষাত ৰচিত উৎকৃষ্ট ছন্দ সম্পৰ্কীয় 'প্ৰাকৃত পৈঙ্গল' গ্ৰন্থৰ পৰা অবহট্‌ঠ ভাষাৰ নমুনা হিচাপে এই শ্লোকবোৰ যুগুতোৱা হৈছে। খ্ৰীঃ ১৪শ শতিকাৰ কবি পিঙ্গলাচাৰ্য সংকলিত এই কবিতাবোৰ ভিন ভিন ঠাইৰ ভালেমান কবিৰ ৰচনা বুলি কোৱা হয়। আধুনিক ভাৰতীয় ভাষাৰ লগত ইয়াৰ পোনপটীয়া সম্পৰ্ক আছে।]

১. অৰে ৰে ৱাহহি কাণ্‌হণাৱ ছোডি
ডগমগ কুগতি ণ দেহি
তই ইথি ণইহি সন্তাৰ দেই
জো চাহসি সো লেহি।

২. জস সীসহি গঙ্গা গোৰি অধঙ্গা
গিম পহিৰিঅ ফণিহাৰা
কণ্ঠট্‌ঠিঅ বিসা পিন্ধন দীসা
সংতাৰিঅ সংসাৰা
কিৰণাৱলি-কন্দা বন্দিঅ চন্দা
ণয়ণহি অণল ফুৰন্তা

সো মঙ্গল দিজ্জউ বহু সুহ কিজ্জউ
তুম্হ ভবানীকন্তা।
৩. জে গজ্জিঅ গউলাহিবই বাই
উড্ডু ওড্ড জস ভঅ পলাই।
গুরুবিক্ কম বিক্ কম জিণিঅ তুজ্ঝ
তা কণ্ণ-পরকম ইহ জুজ্ঝ।
৪. সেব এক্ জই পাবহি ঘিত্তা
মণ্ডা বীসা পকাইল শিত্তা
টঙ্ক এক্কু জই সিন্ধব পাআ
সো হউ রঙ্ক সো ইহ রাআ।
৫. ঢোল্লা মারিঅ ঢিল্লি মহ মচ্ছিঅ মেচছ-সরীর
পুর জজ্জল মল্লবর চলিঅ বীর হম্বীর
চলিঅ বীর হম্বীর পঅভর মেইণি কম্পই
দিগ মগ ণহ অন্ধার ধূলি সুরহ রহ ঝম্পই
দিগ মগ ণহ অন্ধার আণু খুরসাণক ওল্লা
দরবলি দমসু বিপকখ মারু ঢিল্লি মহ ঢোল্লা।
৬. সহস মঅমত্ত গঅ লাখ লখ পক্খরিঅ
সাহি দুই সাজি খেলন্ত গিন্দু
কোপ্পি পিঅ জাহি তহি থপ্পু জসু বিমল মহি
জিণই ণহি কোই তুঅ তুলক হিন্দু।
৭. রাআ লুদ্ধ সমাজ খল
বহু কলহারিণি সেবক ধুত্তউ
জীবণ চাহসি সুক্খ জই
পরিহর ঘর জই বহুগুণজুত্তউ।
৮. উচ্চ উঠাঅণ বিমল ঘরা
তরুণী ঘরিণী বিণঅপরা
বিত্তক পূরল মুদ্দহরা
বরিসা সমআ সুক্খকরা।
৯. জিণি কংস বিণাসিঅ কিত্তি পআসিঅ
মুট্ঠি অরিট্ঠি বিণাস করু
গিরি তোলি ধরু

জমলজ্জুণ ভঞ্জিঅ পঅভর গঞ্জিঅ
কালিঅ-কুল সংহার কর
জসে ভুঅণ ভর
চাণূর বিহণ্ডিঅ ণিঅ কুল মণ্ডিঅ
রাহা-মুহ-মহু পাণ করে
জণি ভমর-বরে
সোই তুম্হ নরাঅণ বিপ্পপরাঅণ
চিত্তহি চিন্তিঅ দেউ বরা
ভঅ-ভীই-হরা।

১০. জাআ মাআ পুত্তা ধুত্তা
ইণ্ণে জাণী কিজ্জা জুত্তা।

১১. সো মঝু কন্তা
দূর দিগন্ত
পাউস আবে
চেলু দুলাবে।

১২. পণ্ডব-বংসহি জম্ম ধরিজ্জে
সম্পঅ অজ্জিঅ ধম্মক দিজ্জে
সোই জুহিট্ঠির সংকট পাআ
দেবহ লিক্খিঅ কেণ মেটাআ।

১৩. বালো কুমারো ছঅ মুণ্ডধারী
উবাঅহীণা মুঞি এক্ক ণারি
অহংণিসং খাই বিসং ভিখারী
গঈ ভবিত্তী কিল কা হমারী।

১৪. তরল-কমল দল-সরি-জুঅ-ণঅণা
সরঅ-সমঅ-সসি-সুসরিস-বঅণা
মঅগল-করিবর-সঅলস-গমণী
কমণ সুকিঅ-ফল বিহি গড়ু রমণী।

[Prakrtapaingala–selected verses]

